চন্দ্ৰহাৰ

লেখক—

শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত, অধিকাৰ

লেটুগ্ৰাম সত্ৰ, যোৰহাট।

৩ জানুৱাৰী, ১৯৬২ ইং চন।


প্ৰকাশক—

ৰবকটকী কোম্পানী, যোৰহাট।


মূল্য—২৲ টকা মাত্ৰ।

যোৰহাট অন্নদা প্ৰিন্টিং হাউচত
শ্ৰীগৌৰীচৰণ বৰকটকীৰ দ্বাৰা ছাপা কৰা হ'ল।

"ওঁ নমো ভগৱতে বাসুদেৱায়"

# পাতনি

"চন্দ্ৰহাৰ" প্ৰকাশ কৰা হৈছিল আজিৰ পৰা প্ৰায় তিয়াল্লিশ বছৰৰ পূৰ্ব্বতে। সেই দিনৰ বহুতো ধৰণ-কৰণ, আচাৰ-নীতি আজিৰ যুগত সাধুকথা; যেন—"তে হি নো দিবসা গতাঃ"।

বৰ্ত্তমান আগৰ কেইটি গল্পৰ লগতে 'ভীমৰ ভাও', 'ধৰ্ম্মত কুঠাৰ', 'হেলচী আইতা' আৰু ১৯৩০ ইং চনত বন্ধুবৰ স্বৰ্গীয় বিপিনচন্দ্ৰ বৰুৱাৰ দ্বাৰা সম্পাদিত 'গল্প চিৰিজত' প্ৰকাশিত 'বিহু-চোলা'—এই চাৰিটি গল্পও যোগ দি এই সংস্কৰণ প্ৰকাশ কৰোৱা হ'ল।

ৰোগৰ শেষ শয্যাত পৰি থাকোতেও এই সংস্কৰণলৈ দঢ়াই দঢ়াই উদগনি দি থৈ যোৱাৰ বাবে ডিব্ৰুগড়ৰ স্বৰ্গীয় মুক্তালাল কাথবৰুৱা ডাঙৰীয়াৰ পৱিত্ৰ আত্মালৈ শ্ৰদ্ধা, প্ৰকাশ কৰাৰ বাবে শ্ৰীমান গৌৰীচৰণ বৰকটকীলৈ মৰম ভৰা ধন্যবাদ, আৰু বেটুপাতৰ ছবিটি কৰি দিয়াৰ বাবে শিল্পী শ্ৰীমান সুৰেন্দ্ৰনাথ দত্তলৈ প্ৰাণভৰা স্নেহাশীষ, জনাইছো।

সহানুভূতি, সমবেদনা লৈ লেখা "চন্দ্ৰহাৰে" ৰাইজৰ আদৰ পালেই সেৱা ফলৱতী মানিম। সময়ত লৰালৰিকৈ আহি-কাকত চোৱা বাবে দুই চাৰিটি আখৰ-জোটনিৰ ভুল থাকি যোৱাত দুখিত হৈছো।

বিনীত,
শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত, অধিকাৰ

যোৰহাট।
৩।১।৬২

# সূচী-পিঠি



*ন-কৈ যোগ দিয়া গল্প।

## স্বৰ্গীয় ৰাধিকাপ্ৰসাদ নেওগ

জন্ম—১৫ জেঠ, ১৮১৬ শক। দেহান্তৰ—১৪ আহাৰ, ১৮৮৩ শক



যিজন সহাধ্যায়ী, সমবয়স্ক বন্ধুৰপৰা একালত গল্প আৰু
সাধু শুনি অপাৰ তৃপ্তি লাভ কৰিছিলোঁহঁক
ৰসৰ সাগৰ স্বৰূপ সেই বন্ধুৰ
পৱিত্ৰ নামত।

মিত্ৰদেৱ

তাং—৩।১।১৯৬২ ইং চন

# চন্দ্ৰহাৰ

## ফুলৰ কুকি

"Something, my friend, we yet may gain ;
There is pleasure in this pain."

Scott.

মাঘৰ বিহুলৈ আৰু দহদিনমান আছে। গাৱেঁ গাৱেঁ ল'ৰাৰ মুখত আনন্দৰ বিৰিঙ্গণি। ঘৰত যি ল'ৰাই খেৰ-কুটা এগছো ছুডোখৰ নকৰে—সিও আজি পুহ মাহৰ কুৱঁলীৰ আঁৰতে উঠি, আগৰণুৱা হৈ পদূলিয়ে পদূলিয়ে সমনীয়াহঁতক "মেজি-খৰি কাটি-বলৈ আহঔ" বুলি ৰিঙ্গিয়াই ফুৰিছে। গা ধোৱা দূৰৰ কথা, হাত-ভৰি ধুই ভাত খোৱাৰ ভয়তে, যি ল'ৰাই গধূলি মিছা-টোপনিৰ ভাও ধৰি ওবেৰাতিটো শাণেকটা ভোকতে পৰি থাকে, সেই ল'ৰাৰ গাৰ পৰাও জাৰ আজি "শত হস্তেন বাজিনঃ"। "জয় ৰাম বোলা, জয় হৰি বোলা" ৰাৱত জাৰ যেন বিস্বাশবদে পলাই ফাট্ মাৰিছে।

কোনোৱে কুঠাৰ, কোনোৱে দা, কোনোৱে কটাৰী লৈ বামুণ গাৱঁৰ তিনিমুনি বাটত আহি জুম পাতিছেহি, এনেতে জাকত জিলিকা, গজলীয়া ডেকা বৰমূৰীয়া গোপাল আহিল। গোপালক পোৱা মাত্ৰকে ল'ৰাহঁতৰ অনাই-বনাই ফুৰা মনৰ বল আহি যেন বুকুৱে বুকুৱে নিজ নিজ ঠাই ল'লে। হৰিনাথে সুধিলে—"ভাই, আজি কাৰ ঘৰত কাঠ কাটিবি?" গোপালে ক'লে "আহ আজি 'ব'মফট'ৰ ঘৰলৈকে যাওঁহক।" আন এটাই মুখ বিদৰাই মাত দিলে—"এঃ তেওঁ কি কাঠদিয়া মানুহ? যাৰ কাঠনি নাই তাৰ আকৌ কাঠ?" মনৰ আশা নেৰি—"বাৰু বাৰু কাঠ নেপাওঁ তেও বাঁহ পামহে" বুলি লগৰীয়াহঁতক লৈ গোপাল "ব'মফটৰ" ঘৰলৈ গ'ল।

"ব'মফট" ঘৰত নাছিল। বাহ ল'ৰাৰ মুখৰ হৈধ্বনি শুনি বিমলী আৰু চন্দ্ৰ ওলাই আহিল। হৈধ্বনিৰ পাচত কোনেও ক'তো মাত দিবলৈ নৌ পাওঁতেই বিমলীয়ে ক'লে "পিতাদেউ ঘৰত নাই"। বিমলীৰ কথা আদায় হোৱাৰ লগে লগে চন্দ্ৰই ফুটা-নুফুটা মাতেৰে কলে "আমাল্ বালীত কাটেই নাই"। ল'ৰা ছোৱালী দুটিৰ সৰল ভাৱ-ভঙ্গি আৰু মৌ বৰষা মাত-কথাই গোপালৰ মনত যেন চন্দন বনৰ বতাহ এছাটিহে বলাইছিল। মুখটিপি হাঁহি হাঁহি গোপালে চন্দ্ৰনাথৰ কাণৰ ওচৰলৈ মুখ নি ক'লে "কাঠ নাই যদি বাইটিয়াকে নিম"। গোটেইমখা ল'ৰাই হাতচাপৰি মাৰি কিৰিলি পাৰিবলৈ ধৰিলে; বিমলীৰ অমল মুখত যেন ধূলি-বালিৰ মলহে লাগিল। চকু পকাই পকাই



"শ্যামাই নিয়ক, কালীয়ে নিয়ক, ভগৱতীয়ে নিয়ক" বুলি বিমলী মুখ ওফোন্দাই গোঁ-গোঁকৈ ভিতৰলৈ গুচি গ'ল। গোপাল ক্ষান্ত ন'হল, লগে লগে ক'লে "আৰু কোৱাঁ—আশীৰ্ব্বাদ, আশীৰ্ব্বাদ"। আকৌ ল'ৰাহঁতৰ অন্তৰৰ হাঁহি মুখেদি ফুটি, কিৰিলি হৈ বাহিৰ ওলাল। এই আনন্দৰ অংশ আটাইতকৈ বেচিকৈ পাই হাঁহিৰ মাজতে হৰিনাথে লগাই দিলে—

"বোলো—ন'হব?"

মখাই একেলগে উত্তৰ দিলে "হ'ব।"

"ন'হব?"

"হ'ব।"

আকৌ হৈধ্বনি উঠিল—"জয় ৰাম বোলা, জয় হ'ৰি বোলা।" ভিতৰত কাৰ মনত কেনে লাগিছিল তাক ক'ব নোৱাৰোঁ—কিন্তু ল'ৰাহঁতৰ মনত কাঠতকৈয়ো দামী, বাঁহতকৈয়ো 'কামী' কিবা এটা লাভ কৰা যেন লাগিছিল হ'বলা?

## দ্বিতীয় অধ্যায়

বিমলীৰ পিতাকৰ নাম নিত্যানন্দ আচাৰ্য্য। এওঁ এজন গুৰিথকা মানুহৰ বংশধৰ। পিতাকৰ মৃত্যুৰ পিচত ঘৰখনত জুই লাগি সৰ্ব্বস্বান্ত হ'লত আৰু সেই ভেটিত অগাপিচাকৈ দুটা তালযুৱায়া ল'ৰা মৰিলত, দুখ-বেজাৰ লাগি এওঁ উত্তৰৰ পৰা দক্ষিণৰ এই গাৱঁলৈ উঠি আহে। এই গাৱঁত এখন বালিকা

স্কুল আছিল। ডেপুটিক কৈ কোনোমতে তাতে মূৰটো সুমা লৈ, দহ-বাৰ বছৰৰ পাচত দুই-এডৰা মাটি কিনি, ঘৰ এখনে সাজি ইয়াতেই তেওঁ নিগাজীকৈ ৰয়। ওচৰতে মোমায়েক ঘৰ গুণে টানে-আপদে এওঁ সহায়-সাৰথিও নোপোৱা নাছিল।

অৱস্থাত যদিও হীন, অভিমানেৰে সেইকণ পূৰাবলৈ এওঁ নিতৌ চেষ্টা। এনেয়ে আচাৰ্য্যৰ সন্তান, তাতে চৰকাৰী কা আছে দেখিয়েই সবাহে-ভাৱনায়, পূজায়-মহোৎসৱে বটা, শৰা নেপালে এওঁৰ মুখত সকামৰ গৃহস্থৰ প্ৰতি অনেক অমাঙ্গলি বাক্য ওলায়। এই আত্মগৰ্ব্বই পাচলৈ এওঁক এটা অনিমন্ত্রি উপাধি দিছিল—"ব'মফট্' অৰ্থাৎ "ব'ম ফট্‌কাৰ"। লাহে লা এই উপাধিয়েই এওঁৰ পূৰ্ব্বৰ সকলো নাম লোপ পোৱাইছিলগৈ নিত্যানন্দ আচাৰ্য্য বুলিলে গাঁৱৰ সৰু ল'ৰাই চিনি নেপা কিন্তু 'ব'মফট্' বুলিলে হ'লে ততালিকে কয় "সেয়া, সেইফা যোৱা, আগচোতালত যে বৰ তুলসীভেটি এটা আছে সেইটো ব মফটৰ ঘৰ।"

নিত্যানন্দৰ পৰিয়ালটি—ঘৈণীয়েক, বিমলী আৰু পুতে চন্দ্ৰনাথক লৈয়ে পূৰ। ঘৰত আকালো নাই, ভঁড়ালো না দৰ্ম্মহাৰ ৰূপ বাৰটকা, শান্তি-স্বস্ত্যয়নৰ দুই-তিন টকা,—এই দুট মাহ-বন্ধীয়া আৰ্থিক উপাৰ্জ্জন; তাৰ লগতে গাঁৱৰ ছোৱাল বাপেক আৰু অভিভাৱক সকলৰ পৰা পাণবিৰা, তামোল চাউল মুঠি, আলুটো, কচুটো—খুজি আনি বা পাই, কোনোম সৰু পৰিয়ালটি তেওঁ টুপটুপীয়াকৈ ৰাখে।



বিমলীৰ বয়স এঘাৰ বছৰ। নিত্যানন্দ ইমান ঘূৰিছে—তেও ছোৱালীৰ সঙ্গস্থ এটি আজিলৈকে কৰিব পৰা নাই। একেই বামুণৰ ছোৱালীলৈ দৰা নাই, তাতে এওঁক ধনহীন প্ৰাণী দেখি যেয়ে সেয়ে যচায়। নিত্যানন্দৰ মূৰত ই এক বজ্ৰপাত। ছোৱালীৰ কথা লৈ তেওঁৰ অলপ বৰায়ো আছিল; কিয়নো দেখিবলৈ লে লৰমৰা নহ'লেও, পেলাই থৈ যোৱাও নহয়: স্কুলত তৃতীয় শ্ৰেণীলৈকে পঢ়িছেও, তাঁত-সূততো বেয়া নহয়,—জালৰ মোৰটো, সাতোটীয়া কাঠিৰ পাণকটাটো পাৰিছেও; স্বভাৱ-চৰিত্ৰতো বেয়া নহয়; কিন্তু কি হ'ব? য'তে ধৰিছে ত'তে ৰিক্তা দোষ।

ডাঙ্গৰেতো তেওঁৰ ছোৱালী বিয়া নকৰায়েই, সৰুলৈকো তেওঁ নিদিয়ে। নামগুৰি নথকা, যাৰে তাৰে শ্মশান গচকি পেটপ্ৰৱৰ্ত্তোৱা, ল'ৰালৈতো তেওঁ দূৰতে বিদূৰ।

## তৃতীয় অধ্যায়

আজি মাঘৰ বিহুৰ উৰুকা: সন্ধ্যাৰ পৰা বাঁহৰ হিলৈৰ শব্দত কাণ তাল মাৰিছে। থাকি থাকি লৰা-বুঢ়াৰ তাৰা-উদাৰাত, অৰ্থাৎ টিয়া-গলগলীয়া মিশ্ৰ সুৰত হৈধ্বনি উঠিছে। অসমৰ গাওঁ-ভূঁইত আজি আনন্দৰ বানপানী। মাজে মাজে একোটা কলাঠহুবাৰ মে-জিত জুই লগাই ল'ৰাহঁতে বিহুৰ আৰতি ধৰিছে। সন্ধ্যা ভগাৰ পাচত সকলোৱে ঝাউত ঝাউত চাপৰি বজাই নাম গাইছে।

নাম শেষ হ'ল, মাহচাউল দুই এগৰাহ খাইছে,—এনেতে ল'ৰাহঁতৰ মুখত কাঠ-চুৰিৰ কথা ওলাল। ইজনক কৈছে "এইডাল আপোনাৰ এৰাবাৰীৰ মৰলীয়া গছ, দুপৰীয়া কাটিলো", সিজনক কৈছে "এইয়ে চোমডাল দেখিছে আপুনি সেইদিনা গোঁসাই ধুৱাওঁতেই চুৰকৈ আনিলো", আন এজনক কৈছে "এই বাঁহ দুটা আপোনাসকলে ভাত-পানী খোৱা পৰতে মাত শুনে বুলি গুৰিত তিতা গামোচা বান্ধি লৈ কাটিলো।" এনেতে নিত্যানন্দই ওচৰত বহি থকা মোহন ঠাকুৰক ভুনভুনাই ক'লে "আপোনাৰ গোপালটো এটা হ'ল। সিদিনা মোৰ চন্দ্ৰই কাঠ দিবলৈ নাইকিয়া বুলি ক'লত সি ক'লে বোলে বায়েৰকে নিম।"

ঠিক তেওঁৰ গাতে গা লগাই, হৰিনাথ বোলা গোপালৰ নলে-গলে লগা বন্ধু ল'ৰাটি, মাহচাউল খাই আছিল। সি কথাষাৰ কোৱা শুনি বলিয়াৰ দৰে চেক্‌চেক্‌কৈ হাঁহি মে-জিঘৰৰ বাজ ওলাবলৈ থৰ-কাচুটি এৰিলে। তাৰ হাঁহি দেখি উৰহী গছৰ ওৰ ল'বৰ মনেৰে গোপালো বাজ ওলাল। ব্যগ্ৰ হৈ গোপালে সুধিলে—"কি ভাই? কি হ'ল কচোন।" হৰিনাথে পাতৰ পৰা মাহচাউল এগৰাহ মুখত লৈ গিলিবলৈ নৌ পাওঁতেই কথাষাৰ সুঁৱৰি আকৌ হাঁহিবলৈ ধৰিলে। ইমান হাঁহি উঠিছিল যে তাক টিপামাৰি ৰাখিব খোজোতে মুখ মুকলি হৈ গোপালৰ গাত মাহচাউলে বৰষুণ বৰষাদি বৰষিলে। সেই ৰাতিটোত ল'ৰাদুটাৰ চকুৱে-চকুৱে পৰিলেই হাঁহি।



সবাহ ভাগিল: মাত্ৰ লৰাহঁতে নিত্যানন্দই বাকী। নিত্যানন্দ যে ল'ৰাৰ মেলত থকা মানুহ সি নহয়; কিন্তু তেওঁৰ ল'ৰাটিয়ে "দেউতা, পাচে যামচোন ৰ'বি অলপ" বুলি বৰকৈ পেৰেণা পাতি ধৰাত তাৰ মনত ভাল লগাবলৈ বুলি তেওঁ আৰু খন্তেক ৰ'ব লগাত পৰিল। তেওঁ আছিল মানে গোপালে ওপৰলৈ মূৰ নুতুলিলে। আগেয়ে তেওঁ মানুহৰ আঁৰত মূৰ লুকাই হৰিৰ লগত নিমাতী ডাক চলাইছিল, এতিয়া মানুহ পাতলিলত তালৈকো সিটোৰ গা ওলাই পৰিল।

প্ৰায় দুই তিনিখন তামোল খোৱা পৰৰ পাচত নিত্যানন্দ যাবলৈ ওলাল। খোজ ল'ব খুজিছে—এনেতে হৰিয়ে মাতিলে, "কি যায়নে কি?" নিত্যানন্দই "ওঁ যাওঁ" বুলি ল'ৰাটোক আগকৰি দুই তিনিখোজ লৈছে, এনেতে হৰিয়ে গোপালক চকুটিপ মাৰি ক'লে, "ভাই শহুৰেৰ গ'ল'; হৰিৰ ল'ৰাভাব আছেই, গোপালেও ঠিক সেই সময়তে নিত্যানন্দৰ পাচলৈ গৈ হাত দুখনেৰে আৱাহন মুদ্ৰা দি বিনা মাতেৰে কলে "হে শহুৰ দেৱতা! ইহতিষ্ঠ ইহতিষ্ঠ! ইহ সন্নিহিতো ভব!" নিত্যানন্দৰ হাতত জোঁৰ এটাৰ আছিল। ধিমিক্ ধামাক্ কৰা দেখি জোঁৰটাৰ পাচলৈ কোবাওঁতেই পাচত থকা গোপালৰ গাতে লাগিল। সাৰিবলৈ উপায় নাপাই "ঔ পুৰিলেঔ" বুলি গোপালো বহি পৰিল। নিত্যানন্দৰ আৰু বুজিবলৈ বাকী নৰ'ল, যে গোপালে তেওঁক পাচফালৰ পৰা ভেঙ্গুচালি কৰি সিঁয়াৰিছিল। সন্ধ্যাৰ পৰা হাঁহি খিক্‌খিকনি দেখি গোপালৰ প্ৰতি অন্য কিবা এটা ভাবে তেওঁৰ

মনত ঘৰ লৈ আছিল। এতিয়া আকৌ তাৰ তুচ্ছ তাচ্ছিল্য ব্যৱহাৰ দেখি খণ্ডত জ্বলি-পকি ক'লে, "কটা চাণ্ডালৰ পেটত জাত নিদিলি কিয় ? নিধক কটা, নিলাজ কটা, ইয়ালৈকে বামুণৰ ঘৰত উপজিলি, নহয় ? তোৰহে নেলাগে মই কটা তোৰ বাপেৰৰো জোৰনে ?" গোপালো পানীয়ে মৰা বাও নাছিল। কথাটো আনচালে নিবৰ মনেৰে সিও ডাঠি ক'লে, "কি হ'ল ? কি কৰিলো মই ? আপুনিয়েই মোৰ গাত জুই দিয়ে আকৌ আপুনিয়েই মোৰ বোপাইক ধৰে। ৰজা ওলালহি ঔ" নিত্যানন্দৰ আৰু বেচি খং উঠিল "কি হ'ল নেজান তই ? ভদ্ৰ মানুহক ঠাট্টা মস্কৰা কৰিব জান।" সমান তালতে গোপালেও আকৌ উত্তৰ কৰিলে—"উঃ এনে জীয়াতে মুখাগ্নি কৰা ভদ্ৰৰ মানুহ ওলালহি ঔ।"

কিজানি আৰু বঢ়াবঢ়ি হ লহেতেন—জানিবা হৰিনাথে গোপালৰ হাতত ধৰি "আহ ভাই, নেপায়" বুলি টানি এফাললৈ লৈ গ'ল আৰু নিত্যানন্দকো "বাবু, যক যক" বুলি পঠাই দিলে। দক্ষিণা নোপোৱা পুৰোহিতৰ ভোৰ্‌ভোৰণিৰে নিত্যানন্দ ঘৰ পালেগৈ।

খং মাৰ গ'লত হৰিয়ে গোপালক ক'লে—"যোৱা তুমি আৰু বিমলীক পোৱাটি হৈছে। সেইফালে ৰাং ৰীং শ্ৰীসূৰ্য্যায় নমঃ।" গোপালে উত্তৰ দিলে "সিহে মোক গালি পাৰিছে কিবা জীয়েকে পাৰিছেনে ; তাই মোৰেই নহৈ কাৰ হ'ব ?"

"নহ'লে ?"

"তুলসী গছত লগুণ আঁৰিম।"



ল ৰাইঁতলৈ শেষৰ কথাবাৰ ইমান ৰগৰৰ হ'ল যে হৰিনাথে তৎক্ষণাৎ গৰথীয়া আশীৰ্ব্বাদৰ জাত লগাই ক'লে—

"বিয়া নকৰাব ?"

"কৰাব"

"বিয়া নকৰাব ?"

"কৰাব" শেষত সকলোৱে একেলগে হৈধ্বনি দিলে "জয় ৰাম বোলা, জয় হ'ৰি বোলা।"

নিত্যানন্দৰ কাণতো এই আশীৰ্ব্বাদৰ ধ্বনি নপৰি নেথাকিল।

## চতুৰ্থ অধ্যায়

ৰাতি পুৱাইছে। বিমলী লৰালৰিকৈ পাটীৰপৰা উঠি মুখ-হাত ধুই হাতত বাঢ়নীটাৰ লৈ, চোতাল সাৰিবলৈ ওলাই আহিল। চোতাল সৰা হৈ গ'লত বিমলীয়ে ভাবিলে 'লগতেচোন আজি পদূলিটোও সাৰো।' পশ্চিমৰ পৰা সাৰি গৈ আছে ; পূবফালৰ পৰা বতাহ এছাটি আহি তাইৰ চেলেঙৰ আগটোত যেন আজোৰ ধৰিছে। নিলাজ বতাহৰ মুখত খোলা ঘঁহিবলৈ বুলি এইবাৰ বিমলীয়ে চেলেঙৰ আগটো ককালত খোচমাৰি ললে। সচাকৈয়ে বতাহ লাজত পৰিল। গৈ গৈ বিমলী পদূলিমূৰৰ বগা কাঞ্চন গছজোপাৰ গুৰিত উপস্থিত হ'ল। এনেতে বিমলীৰ বিমল চকুহুটি কাঞ্চনজোপাত পৰিল—

দেখে গোটেইজোপা ৰমক্ জমক্; সেয়ে নহয় ভোমোৰাবোৰে আহি ফুলহঁতৰ লগত ভুন্‌ভুনাই ৰস খাবলৈ ধৰিছেহি, আকৌ দেখে ফুলবোৰে বতাহত ভোমোৰাক মূৰ ঢুপিয়াই "আহাঁ আহাঁ" বুলিছে; "কি নিলাজী অ' ফুলবোৰ! নমতাকো মাতে, নোখোৱাকো খুৱায়—এইহঁতৰ গাত মোহনী আছে।" ফুলে কিন্তু বিমলীৰ পেটৰ কথা বুজিলে আৰু ঠিক বিমলীৰ দৰে ফুলেও যেন ক'লে "যোৱা বাৰু বিমলী, তোমাৰো দিন আহিছে—দেখিলেহে লেখিম।" বিমলীয়ে যেন লাজ পালে। পুনৰ ঠাই সাৰি সাৰি তাই চোতালৰ ফাললৈ যাবলৈ ধৰিলে।

ইফালে গোপালে পুৱাতে কোনো ক'তো নৌ উঠোতেই "ব'মফট"ৰ ঘৰৰ আগতীয়া কাঞ্চন ফুল ছুটিমান শান্তি কৰমলৈ পাৰি আনোগৈ বুলি হাতত কুকিটো লৈ গৈ ঠিক পদূলিমূৰ পাইছেগৈ। গোপালৰ ফালে পিঠি পৰাত বিমলীয়ে ক'ব নোৱাৰে যে তাইৰ ডম্বৰু যেন কঙ্কালটিৰ ৰূপৰাশি কোনোবাই চকুৰে পান কৰিছে। ওচৰতে ঢোৰা কাউৰী এজনী পৰি আছিল, তাই মাতিলে "পকক, পকক"। ধূৰ্ত্তং পাতিকাউৰী জনীয়ে কৈছে "খা খা"। গোপালে বুজিলে কাউৰী ছুজনীয়ে মাত মতা নাই—গোপালকহে কিবা আশা দিছে। গোপালে এবাৰ ইফালে এবাৰ সিফালে চাই ভৱিৰ আগেৰে খোজ কাঢ়ি গৈ পাচৰ পৰা বিমলীৰ চকুছুটা জপাই ধৰি, সোধ নাই পোছ নাই ছুগালে ছুটা চুমা খাই ভিৰাই ধৰি লৰ মাৰিলে। কাঞ্চন গছজোপাতে এজনী নিয়তীও পৰি আছিল। তাই এনে দৌৰাত্ম্য সহিব



নোৱাৰি মাতিলে "চোৰ-চোৰ।" বিচূৰ্ত্তি হৈ বিমলীয়ে উলটি চাই দেখে গোপাল; তপত গালছুখন মোহাৰি মোহাৰি শাও দি কলে—"শ্যামাই নিয়ক, কালীয়ে নিয়ক, ভগৱতীয়ে নিয়ক।"

গাল চেঁচা পৰিল কিন্তু বিমলীৰ খং চেঁচা নপৰিল। পাচে খং সাৰিবলৈ বস্তু এটা হ লে চকুত পৰিল—গোপালৰ কুকিটো। বপুৰাই লোকৰ ভয়ত লৰ মাৰি যাওঁতে কুকিটোলৈ পাহৰিলে, থোৱা ভাগেই সি জেওৰাতে ওলমি থাকিল। বিমলীয়ে তাকে আনি ওচৰৰ পুখুৰীটোলৈ দলিমাৰি পঠিয়ালে—ভাবিলে চোৰৰ লগত সঙ্গ কৰা বাবে তাৰ সেয়ে উত্তম শাস্তি। এইবাৰ খং চেঁচা পৰিল আৰু বগা কাঞ্চন ফুল জোপালৈ উভতি চাই চাই তাই ঘৰ সোমালগৈ। ঘৰ সোমাই মাকক পাটীতে ক'বলৈ গৈয়েই উলটি আহিল—ভাবিলে "মোৰেই লাজ। ক'লে কথাষাৰ ওলাই পৰিব; পৰিলেই ৰেৱতীয়ে লাগে তাৰ লগত মোক জোৰাই দিব।"

## পঞ্চম অধ্যায়

নিত্যানন্দৰ ঘৰত আজি মহা আনন্দ। ঘৈণীয়েক আজি ছোৱালীৰ মূৰ আঁচোৰা, সেওঁতা ফলা, ফোঁট দিয়া আদিতে বাউলী। ইবাৰ আহিছে—"চাওঁ ৰচোন অ' বুলি সতিনী চুলি কেইডাল আগ চুলিৰ মাজত ঢাকি দিছে। সিবাৰ আহিছে 'চাওঁ ৰচোন ৰ" বুলি একতীয়া হোৱা ফোঁটটোকে সোঁকপালত

দিছে—এইদৰেই মানুহজনী বাউলী। কি কৰিব এতিয়া ? জীয়েকক স্বৰ্গৰ অপেস্বৰাকে কৰিবনে, ব্ৰজৰ গোপিনীকে কৰিব—বিমোৰ।

আজি আঙঠি পৰিধান কৰাবলৈ মানুহ অহাৰ দিন। নিত্যানন্দই অতিথিক জলযোগ কৰাবলৈ বানবাটি, সাফৰ মৰা গিলাচ আনি পুৰায় যতাই থৈছে। পদূলিলৈকে সৰা চোতালে-ঘৰে হাঁহি যেন মিতিৰক 'স্বাগতম্' বুলি অভ্যৰ্থনাহে কৰিছে।

দহ বাজি গ'ল—মানুহ নাই, এঘাৰ বাজি গ'ল—মানুহ নাই, বাৰ বাজি গ'ল—মানুহ নাই। বাটলৈ চাওঁতে চকু বিযাল, তেও মানুহ নাই যি নায়েইহে। "কালিলৈ আহিবনেকি ? ওঁ নহয় আজিৰ বাজে বিয়াৰ দিনলৈকে চন্দ্ৰ, তৰা অশুদ্ধ। তদুপৰি সিবিলাকে কৈ পঠাইছে যে বিয়া কৰাবৰ হলে 'জকল' দহ তাৰিখে নৌ বাৰ বজাতে আঙঠি লৈ পিতাক উপস্থিত হ'ব। নাহিব কিয় ?"

গন্ধকৰ ধোৱাঁত বঙা গোলাপ সেঁতা পৰাদি ঘৰৰ ঘৰোৱালৰে মুখ বিমৰ্ষ, এনেতে চৰকাৰী হৰকৰাটোৱে আহি চিঠি এখন দিলেহি। খুলি চাই দেখে, হ'ব খোজা মিতিৰৰ ঘৰৰে। হাত-ভৰিৰ কপনিৰে নিত্যানন্দই চিঠিখন পঢ়ি চাই বুজিলে, যে মিতিৰৰ ঘৰত দৰাৰ বাপেকৰ বৰ শকত নৰিয়া। জীয়া নিজাৱাৰ ভাৰ ঈশ্বৰৰ ওপৰত—গতিকে এইবাৰলৈ বিয়া নকৰায় ইত্যাদি।

নিত্যানন্দৰ মূৰত জম্‌জমনি উঠিল। গাটো লাইসৰিয়হ ফুটাদি ফুটিবলৈ ধৰিলে। লোকেইবা তেওঁক ক'ব কি ? নিজকেই বা বুজাব কি প্ৰকাৰে ? তেওঁৰ কপালে নো য'তে ধৰে



ত'তে বিঘিনি হ'ব লগা হ'লনে ? চিঠি নাহিল যেন আকাশী চৰগ ভাগি মূৰত পৰিল। বামুণৰ ঘৰত জাত দিয়া বাবেই এই-হেন প্ৰতিমা যেন ছোৱালীৰ জানো এনে অৱস্থা হ'ব লগা হ'ল ? কন্যাদাতাই লোৱাঁ লোৱাঁ বুলি ভৰিত ধৰি ফুৰিব আৰু বৰৰ পিতাই দূৰ দূৰ বুলি মুখ ঘূৰাব ?

ভাগিনিয়েকৰ করুণ বিলাই দেখি মায়েকে আশ্বাস দি ক'লে "কোনোবা শতুৰুৱে কু-কথা ৰটি এই টাঙোন মাৰিছে। নিজে গৈ দা পেলাই—মোক যদি নাৰাখা, কাটাহে" বুলি ক'লে মন ঘূৰিব। নিত্যানন্দৰ বেজাৰ বেচিহে হ'ল। ক'লে "সিদিনা যি কৈ আহিলো তাতোকৈ বেচি আৰু মোৰ জিভাই নোবোলে মাই। অন্য কাৰণ দেখুৱা হ'লেও আছিল এক কথা। কিন্তু বাপেকৰ বেমাৰ, লগতে বিয়া কৰাবলৈ ল'ৰাৰো মন নাই বুলিছে যেতিয়া মই এতিয়া পোৰ লগৰ পো এটাক ভৰিত ধৰি কাবৌ কৰিমগৈনে ? মোৰ ছোৱালীৰ দশাৰে যেই হয় সেই হক। মই আৰু তেও সিহঁতৰ চোতালত এই নামেৰে ভৰি নিদিওঁ।" কাঁহ পৰি জীণ গ'ল।

## ষষ্ঠ অধ্যায়

গোপাল, মোহন ঠাকুৰৰ দ্বিতীয় পুত্ৰ। ঠাকুৰ মাটিয়ে-বাৰীয়ে ধনে-ধানে ৰহৰহীয়া বিধৰ মানুহ। তেওঁৰ আকাল অভাৱ একো নাই। খেতিৰ ধানেৰে আৰণি-পুৰণিকৈ দুবছৰ খাব

পাৰে। তদুপৰি পুতেকহঁতে যজমানৰ ঘৰত শ্ৰাদ্ধ-বিধি কৰি নাই নাই বুলি দৈনিক লোণ-তেলৰ উপায়টো উলিয়ায়।

তেওঁৰ একান্ত ইচ্ছা আছিল যে সৰু পুতেকে ইংৰাজী চাৰি শ্ৰেণীমান পঢ়ি অন্ততঃ থৈলাৰ নম্বৰটো চিনি বাগিচা এখনত চাকৰি কৰি মূৰ জিলিকা হ'ব। কিন্তু সি নহ'ল। গোপালৰ মনটোৱে পানী শৰাধৰ ফালেহে ঢাল ল'লে। যি হওক যজমান সৰহীয়া, দুজন মানুহ সঁচালনিকৈ লাগে গুণে তেওঁ গোপালৰ মতিতে স্বস্তি দিলে।

গোপালৰ গাত খোৱা জীয়াৰ লক্ষণ যে নাছিল সি নহয়। ঘৰৰ কামত গোপালক চেৰ পেলাওঁতা হঠাৎ নাই। ধুন মৰাটো ল'ৰা নিচেই নিমাখিত নহয়। মূৰ আচোৰানো কি নেচাবা ? যেন আহাৰ, শাওণ মহীয়া নৈৰ দুৱাৰ গৰিলাহে মূৰত বাগৰিছে। চুৰিয়াৰ শেলকেনো নেচাবা কি ? যেন পাৰিত শাৰী শাৰী পথিলাহে আঁৰি লৈছে ; ৰুমালখনকেনো নেচাবা কি? যেন পাৰিজাতৰ ৰসতহে সিজাই আনিছে।

দুখৰ বিষয় যে মোহন ঠাকুৰে তাৰ ৰেহৰূপলৈ চাই যিমান সন্তোষ পায় ততোধিক পায় বেজাৰ। কাৰণ এই চালে চকু জুৰোৱা, দেখিলে মন মোহা সাজৰ দাম ভৰিছিল ঠাকুৰে। ঠাকুৰে যে নিজ ইচ্ছাতে ইমান পইচা দিয়ে সি নহয়। তেওঁক খুজি গোপালে এটকাহে পায়—ঠগি চাৰি টকা পায়। পঢ়া দিনত আজি বলৈ লাগে এটকা, কাইলৈ নোট বহী লাগে, মাহেকীয়া পৰীক্ষাৰ ফিজ লাগে, তদুপৰি কোনো মাহত একটা



'ভূগোল পৰিচয়' কিতাপৰ নামকে এবাৰ 'ভূগোল'—দ্বিতীয়বাৰ 'পৰিচয়' বুলি দুবাৰত দুটা নাম দি দুই চৌধং আঠাইশ অনা সৰকাই বহুত ধন হানি কৰিলে। আজিকালি পঢ়া এৰিবৰ পৰা জানিবা যজমানৰ ঘৰৰ প্ৰাপ্তিৰেই নিজৰ লেঠাটো নিজেই মাৰে।

গোপালৰ পত্নী স্থলত কোনজনা শুভগ্ৰহৰ পূৰ্ণ দৃষ্টি আছিল ক'ব নোৱাৰোঁ। পঢ়া এৰিবৰ দিনৰ পৰা সোৱঁৰণীৰ নকলেৰে জুহালৰ গুৰিৰ বেৰৰ কামী আটাইবোৰ ভৰিল। ছোৱালী-ঘৰীয়া মানুহৰ পৰা পীৰা-ঢৰা তুলিবলৈ গৃহস্থৰ আজৰি নাইকিয়া হ'ল।

ঠাকুৰৰ মনে ভাল ধনী নামলগা মানুহ এঘৰৰ লগত মিতিৰ কৰিব পাৰিলে আগলৈ ল'ৰাটোৰ সহায় হয়। তদুপৰি ধনীৰ পৰা বিয়াৰ খৰচ বুলিও দুই চাৰিপদৰ সহায় পোৱাৰ আশা আছে, দুখীয়াৰ পৰা সেয়ে নাই আৰু বিশেষ, তেওঁ ক'লী ছোৱালী বিয়া নকৰায়। কাৰণ তেওঁৰ নিজৰ বৰণটো ক'লা গুণে—এদিন মাৰ-কিল খাই চাকৰ এটাই ওলাই যাবৰ সময়ত তেওঁৰ মুখৰ আগতে "বামুণৰ ক'লাত বিশ্বাস নাই" বুলি কৈ গ'ল আৰু তেওঁ তেতিয়াই প্ৰতিজ্ঞা কৰিলে যে ভৱিষ্যতলৈ ক'লী ছোৱালী কেতিয়াও তেওঁৰ ঘৰত নুসুমায়।" এইবোৰকে তল-ওপৰ কৰি ক'ব পানী ক'লৈ যায় দিনদেক তেওঁ চাইছে।

সেইদিনা শান্তিকৰম ভগাৰ পিচত জলযোগৰ অন্তত পুৰোহিত দেৱে মোহন ঠাকুৰক গোপালৰ বিয়াৰ কিবা হৈছেনে বুলি সোধাত ঠাকুৰে একো হোৱা নাই বুলি উত্তৰ দিলে। পুৰোহিতে

আকৌ ক'লে যে নিত্যানন্দৰ ছোৱালীজনী পাৰিলে বিয়া কৰাই থোৱা ভাল। ওচৰতে মিতিৰ হ'লে উৱাহে-পিয়াহে পায়ো—হাঁতী-হুঁ তাতো খৰচ-বৰচ বেচি নহয়, ছোৱালীজনীও বৰ লায়েকৰ। মোহন ঠাকুৰে কিন্তু তাক কথা যেন নেদেখিলে; ক'লে—"মোৰ ল'ৰালৈ ছোৱালীৰ আটক গোৱা নাই—সেইজনী সোণেৰে বন্ধাই দিলেও মই নকৰাওঁ—শেষলৈ বিধতাই কি কৰে মই ক'ব নোৱাৰো। উটি অহা বামুণৰ ল'ৰাই কি মোৰ জোৰ পাব ?" বৰ পুতেক, বোধেশ্বৰ ওচৰতে বহি আছিল; পিতাকৰ মুখ মুকলি দেখি বাধা দিবৰ মনেৰে ক'লে "পিতা সেইবোৰ কথা কোৱাৰ কি দৰ্কাৰ ? কোনে কাৰ তিল-মাহ খাই আহিছে কোনে জানে? এতিয়াহে তেনেকৈ কৈছা, যদি পুতেৰাই মন কৰে ?" "কৰক; মন যায় তাতে চাপকগৈ—তেও মই 'ব'মফট'ৰ লগত মিতিৰ কৰিম বুলি ক'ব নোৱাৰো।"

## সপ্তম অধ্যায়

ফাগুনৰ বেলি পশ্চিমত বুৰো বুৰো হৈছে। অস্তগামী সূৰ্য্যই যেন আকাশৰ বুকুলৈ ফাকু মাৰিছে। সেই ফাকুৰে কেতবোৰে যেন আকাশৰ কাপোৰবোৰত পৰি বুটাহে বাচিছে। বিজয় পতাকা আগত লৈ যোৱা, ৰণজেতা সৈন্যদলৰ দৰে গৰুৰ পাল আগত লৈ পেঁপাৰ ছেৱে ছেৱে নাম গাই প্ৰফুল্ল মনেৰে গৰখীয়া লৰাহঁত ঘৰলৈ আহিছে। মাজে মাজে জাকেই মিলি



'আই গৰু গৈছে উ'—বুলি দীঘলকৈ চিঞৰ মাৰি ঘৰলৈ জান দিছে। মাকহঁতেও ঘৰত গাইলৈ বুলি পোতনিৰ দিহা কৰিছে। সৰু সৰু ল'ৰা-ছোৱালীয়ে "ককাইটিয়ে পথাৰৰপৰা চেচোৰ আনিছে; কোনে আগধৰি খাবগৈ" বুলি কৈ, আৰিমাৰি লৰি গৈ পদূলি মুখত সতৃষ্ণ নয়নেৰে ককায়েকহঁতলৈ বৈ আছে। লৰত পাচ পৰি হয়তো নিচেই নুমলীয়াটিয়ে "আমাক টেটোল্ নেলাগে" বুলি কৈ আগবাটতে দবক মাৰি থোহ ধৰিছে, কিন্তু তাৰ লুভীয়া চকুহুটি হ'লে ককায়েকৰ হাতৰ ওপৰতহে।

এনেতে বিমলীক আগত লৈ মাক, কমলা মোহন ঠাকুৰৰ ঘৰত উপস্থিত। ঠাকুৰণী, কমলাক দেখিয়েই লৰালৰিকৈ মাৰল ঘৰত ঢৰা এখন পাৰি থৈ বাজলৈ ওলাই আহিল আৰু "আই ঐ আজিনো বাটৰ বগৰি জেং কোনে গুচালে ?" বুলি আগবঢ়াই নি ভিতৰ পোৱালেগৈ। গোপালে চোতালৰ মূৰত থকা তুলসীজোপাৰ তুলসী ছিঙ্গি থকাৰপৰা বিমলীলৈ চকু দি ক'লে "আও বিমলী গোটেইজনী কনীয়াকে হ'ল অ' ! যাওঁ নাযাওঁ কৈহে গৈছে।" দুষ্ট গোপালৰ কথাত লাজ পাই কাপোৰৰ আগটো মূৰলৈ নি মুখৰ এফাল ঢাকি বিমলী ভিতৰ সোমাল।

বহু দিনৰ মূৰত কমলাক পাই ঠাকুৰণীয়ে অনেক অনাদি পাতনৰ কথা পাতিলে আৰু তামোলো, খন পেলাই পেলাই তিনি-খনমান খালে। শেষত সুধিলে "পিচে আহিলা কোনফালে; কিবা কামতনে এনেয়েহে ?" "কোনফালে আহিম বাইদেউ ?

এইজনীৰ পৰহিলৈ টেকেলি ; দৰাকে কেথা ঠাইতো ভাগিছে ; কালি কিবা ৰূপে হাততে দিয়াদি দিলে।" বিমলীয়ে তলমূৰ কৰি মাটি লেখিবলৈ ধৰিলে।

"এ দেহি ! আমি গমকে পোৱা নাই ! ল'ৰা ক'ত !" "তিপমীয়া গাওঁত বাইদেউ।" পাচলৈ কি হয় কেনেকৈ ক'ম ? সইধে ল'ৰাই চৰ্কাৰী কাম এটা কৰিছে।" "হক হক আই, ছোৱালী চাই ল'ৰা পাইছা।"

"পৰহিৰে পৰা আহোঁ আহোঁ বুলি আজৰি পোৱা নাই ; তায়ো থেৰো-গেৰো কৰি আছিল—পিচে বোলো নহয়, আহ বেগতে গৈ আহোঁ। আগলৈবা কি ? সিহঁত হৈছে কাম-কাজ কৰা নগৰীয়া বাবু। জানোচা আগলৈ এইদৰে ইঘৰ-সিঘৰ কৰিবলৈ বাধাকে কৰে।" ঠাকুৰণী, পেটে পেটে কমলাৰ অহঙ্কাৰ বুজিও "হয়তো আই, ভাল কৰিলা" বুলি মুখেৰে শলাগি ছোৱালীজনীক কিবা এমুঠি খুৱাই পঠিয়াবলৈ বুলি ভিতৰলৈ উঠি গ'ল।

ইতিমধ্যে তুলসী তুলি অঁতাই মাৰল ঘৰলৈ সোমাই আহি, কমলাৰ ওচৰতে বহি বিয়াৰ কথা-বতৰা শুনিবৰ ভাবেৰে গোপালে বিমলীলৈ চাই ক'লে "তামোল এখন দিয়ঁা বিমল" বিমল নিৰ্ব্বাক নিষ্পন্দ। আকৌ গোপালে "অ' আই বিয়াৰ বাবে আমাক তামোল এখনো নিদিয়ানে বুলি বিমলীলৈ চোৱাৰ লগে লগে মাকেও বিমলীক ক'লে "দে অ' নিদিয়নো কিয় ? কিনো লাজৰ কথা ? বিয়া বুলিলেই জগৰ হ'ল ?" আৰু কথা



ক'বলৈ নৌ পাওঁতেই বিমলীয়ে কটাৰীখন লৈ তামোল কাটি-বলৈ ধৰিলে আৰু কাটি অঁতাই গোপালক বটাটোৰেই আগবঢ়াই দিলে। গোপালেও "ওঁ হয়তো বিয়ালৈ মাতিলে তামোল বটাৰেহে দিব লাগে। হয়েই যি হয়।" বিমলী আঠুৰ মাজত মূৰ সুমাই টাপ মাৰিলে। অলপ পাচত ঠাকুৰণী আহি বিমলীৰ হাতত ধৰি "আহ আই ! আকৌ বা দেখা পাওঁ নাপাওঁ" বুলি ভিতৰলৈ লৈ গ'ল।

জলপান-পাতি খাই বিমলী মোহন ঠাকুৰৰ ঘৰৰ বাজ ওলোৱাৰ লগে লগে গোপালৰ মনত দক্ষিণ সাগৰৰ এছাটি মৌচুমী বায়ুহে যেন সোমালহি। কাৰ বিমল মুখৰ সুধা কোনে কাঢ়ি খাব লগা হ'ল ? তালৈ সুৱঁৰিছে মানে হিয়াত বজ্ৰপাত হে যেন পৰিছে। কেতিয়াবা বিধতাক, কেতিয়াবা হ'ব খোজা বিমলীৰ বৰক, কেতিয়াবা দূৰদৃষ্টিহীন 'ব'মফটক', কেতিয়াবা হয়তো নিজৰ ৰূপালকে দোষ দিছে। শেষত ভাবিলে "আৰু 'ব'মফট'ৰ লগত মুখেৰে ভদ্ৰতা ৰখাৰ প্ৰয়োজন নাই। তাৰ ঘৰত ভৰি নিদিওঁ,—নিদিওঁ। অ' শ্ৰীবিষ্ণু, দিব লগা কথা এটা আছে। মোৰ 'প্ৰায়শ্চিত্ত বিবেক' কিতাপখন তেওঁ নি থৈছে। এতিয়াই লৈ আহোঁ।"

ভাবৰ লগে লগে গোপালে "ব'মফটৰ" ঘৰলৈ খোজ ল'লে। বাটতে কমলাক পাই কিতাপখনৰ কথা সোধাত কমলাই উত্তৰ দিলে "চন্দ্ৰ ঘৰতে আছে ; ক'বা হেনে সেই মূৰৰ শিতানৰ পেড়াটোৰ ওপৰত থকা কিতাপটো দে ; মই সভাই খাওঁতৰ ঘৰ সোমাই যাওঁ ; তুমি আগবাঢ়া।"

কথা মতে গোপাল গৈ চন্দ্ৰক কিতাপখনৰ কথা কোৱাত সি ভয়েৰে উত্তৰ দিলে—"মই নোৱালো দিব"।

"কিয় ?"

"ঠিনি নেপাওঁ।"

"বৌটিয়েৰে কৈছে বোলে—মূৰৰ শিতানৰ পেড়াটোৰ ওপৰতে আছে।"

"ইঃ !! খচাকৈয়ে ?"

"সঁচাকৈয়ে"

"তুমি আকৌ দেউতাক ন'কবা" বুলি ল'ৰাটোৱে ভিতৰলৈ গৈ কিতাপটো গোপালৰ হাতত দিলেহি। কিতাপ লৈ পদূলি পাওঁতেই গোপালে দেখে যে তাৰ মাজত এখন সাঁচিপতীয়া সোৱঁৰণী। "আদিত্যাদি গ্ৰহাঃ সৰ্ব্বে'ৰ পৰা 'তস্যৈব জন্ম পত্ৰিকা' পৰ্য্যন্ত পঢ়ি গোপালৰ বুজিবলৈ বাকী নেথাকিল যে সোৱঁৰণীখন শ্ৰীমতী বিমলীৰ—যাৰ নাম লোৱাও গোপালৰ এটি ক্ষুদ্ৰ অপৰাধ। যি হওক শত্ৰুৰ জীয়াৰীৰ বুলিয়েই সোৱঁৰণীখন জেপত ভৰাই লৈ বাটটোৰ মেচ এটা পাৰ হৈছে, এনেতে কমলাই গোপালক মাত লগালে।

"পালানে মইনা ?"

"পালো মাহীদেউ"

"তাৰ মাজত চিঠি-পত্ৰ নাই নহয় ?"

"নাই" বুলি আদিৰ পৰা অন্তলৈকে কিতাপটো কমলাৰ আগতে পাত পাত কৰি অন্তত বিমলীলৈ এবাৰ 'বঙ্কিম-নয়নেৰে' চাই গোপাল ঘৰলৈ গুচি আহিল।



লৰালৰিকৈ চাই গোপালৰ হেঁপাহ নপলাল দেখি আকৌ সোৱঁৰণীখন জেপৰ পৰা উলিয়াই আদ্যোপান্ত পঢ়িলে। বিমলীৰ সোৱঁৰণীৰ নামটো "গোপ প্ৰিয়া" বুলি জানিলত এইবাৰ নামৰ যেন মাধুৰ্য্য বেচি হ'ল—"তেন্তে মোৰ আশা মৰা নাইনে কি ? নাই, সি যে আকাশৰ চন্দ্ৰ, সাগৰৰ মাণিক"; এনেতে সন্ধ্যাৰ ডবাত কোব পৰিল—"দধম্—দধম্—"

## অষ্টম অধ্যায়

"হেৰ' নাইপোৱানে অতপৰে" বুলি বাহিৰত মিতিৰৰ আলহী দুজন এৰি থৈ নিত্যানন্দ আচাৰ্য্য ভিতৰলৈ সোমাই গ'ল আৰু আলহী জোৰাও দুয়ো দুয়োৰো চকুলৈ চাই নিমাত হৈ ৰ'ল। খন্তেক পাচতে ভিতৰত সাতৰাইজৰ কোলাহল উঠিল আৰু চন্দ্ৰ বোলা সৰু ল'ৰাটোৱে "দেউতা, মোক নেমাৰিব ঔ—মই একো নাই কৰা ঔ" বুলি চিঞৰত গছৰ পাত সৰাবলৈ ধৰিলে। ঘৈণীয়েকেও আচাৰ্য্যৰ মিছা খঙত একেষাৰ নকৈ নোৱাৰিলে। খঙত জীয়া আঙঠা যেন হৈ আচাৰ্য্যই গাৰু-পাটী, পেড়া-পেটাৰি লৰ্ব্বাং-তৰ্ব্বাং কৰি ক'লে, "ক'ৰ বৰক'লা হাবিৰ চোৰটো ওলালহি ? নাই তহঁতে কিবা কৰিছ—নাই ই কিতাপৰ লগতে হতশ্ৰীহোৱাক দিছে; মই শুনিম কিয় ?" ঘৈণীয়েকে আকৌ ল'ৰাটোক মাৰ-কিল কৰে বুলি আগভেটা দি ক'লে—"শুনিলে বা নুশুনিলে, মই বাটত তাক পাই বোপাই,

কিতাপৰ মাজত কিবা কাগজ-পত্ৰ আছেনে বুলি সোধাত সি কিতাপটো উধৰ পৰা মূধলৈকে পাত্‌পাতকৈ মেলি দেখুৱাইছে; একোটো পোৱা নাই; আকৌ কিতাপটোত গ'ল কেনেকৈ? পাক নিজৰ গাত, ধৰিছে আনক।' "তোৰ মূৰটো, লাওখোলাটো!! খালি একেজনী মানুহৰ পৰাই ল'ৰা-ছোৱালীও উদণ্ড হ'ল। উস্ উস্ মই কেনেকৈ মৰো? ভিতৰৰ পৰা সোঁৱৰণীখনহে হেৰায়, আনবোৰ থাকে, ই কোন দেশৰ কথা? হক যেই হয়, মই দেশান্তৰি হৈ গুচি যাওঁ' বুলি আচাৰ্য্য দুখে-বেজাৰে, খঙে-ৰাগে তলমূৰ কৰি বাজ পালেহি।

মিতিৰে ভাবিলে শুনা কথাই ঠিক। ছোৱালীৰ পতি স্থলত ভালকৈয়ে কেইটামান পাপগ্ৰহ আছে মনেৰে। সেইদেখি আচল সোঁৱৰণীখন লুকাই থৈ মিছা নকল এটাৰে আভুৱা ভাঁৰিছে।

নিত্যানন্দৰ সকলো কথা তল পৰিল। মাজমূৰত সাপে খালে ধৰণী ধৰিবৰ ঠাই ক'ত? কত ৰকমে ক'লে-মেলিলে মিতিৰৰ আৰু প্ৰত্যয় নহ'ল। শেষত কৈ গ'ল "আজি গধূলি পৰলৈকে সময় দিছো, যদি সোঁৱৰণী উলিয়াই দেখুৱাব পাৰে তেন্তে কালিলৈ টেকেলি পঠামহঁক: নচেৎ আপোনাৰ ইচ্ছা; আমাক দোষ নিদিব।" আচাৰ্য্যই কত কাবৌ-কোকালি কৰি, কত শপত-শাতি খাই সোঁৱৰণী থকাৰ কথা ক'লে কিন্তু সকলো মিছা। "ঘাই সোঁৱৰণী নেপালে কাৰো মন খোলোচা নহয়" বুলি মিতিৰ উঠি গুচি গ'ল।



মিতিৰ যোৱাৰ পাচত আচাৰ্য্য বিচৰাতে বিচাৰি, চোৱাতে চাই, সোধাকে সুধি হাইৰাণ হ'ল; কিন্তু সোমাল কাকতো ওলাব কোন কাল? গোপালৰ ওচৰলৈ চন্দ্ৰক তিনি-চাৰিবাৰ পঠালত নিজে আহি ভূমি ছুই কৰ্ণত হাত দি ক'লেহি— "মই পাত-পাতকৈ দেখুৱাইহে নিছিলো, তদুপৰি এতিয়াও আহোঁতে কেইবাবাৰো চাই আহিছো; সি আৰু চকুৰ পৰা সৰা বস্তু নহয়, নহয়।"

সেইদিনা ওৰে ৰাতিটো মানুহঘৰত খোৱন-শোৱন নাই। ৰাতি পুৱা মাত্ৰকে আচাৰ্য্য গৈ দৰাঘৰত আকৌ অনুনয়-বিনয় কৰি অনেক কথা ক'লে, কিন্তু সিঘৰৰ হিয়া পমক চাৰি গোটহে মাৰিলে।

ঘূৰি আহি একমান বজাত অনেক কথা ভাবি ভাবি আচাৰ্য্য এবাৰ মূৰঘূৰণিতো পৰিছিল। ভাগ্যক্ৰমে জানিবা ওচৰৰে বন্ধু ভাবৰ লোক কেইজনমানে ধৰি বহুতপৰ বিচি বিচিহে তেওঁক সচেতন কৰালে।

শেষত তেওঁৰ মিতিৰ কুটুম সকলোৱেই গোটখাই স্থিৰ কৰিলে যে গোপালকে ছোৱালী দিয়া হওক। অগত্যাত পৰি নিত্যানন্দও তাতে মান্তি হ'ল। তেওঁৰ মায়েকেও ক'লে—"ভাল হৈছে বোপা; একো বেয়া ল'ৰা নহয়, নিজে গৈ দিহা কৰি টেকেলি লগতে লৈ অহাই ভাল; বোলে "নজানি দৈবৰ গতি, ওফোন্দাগলা হৰ-পাৰ্ব্বতী।"

আচাৰ্য্যয়ো ততালিকে দুই-চাৰিজনক লগত লৈ যাত্ৰা কৰিলে।

## নৱম অধ্যায়

মোহন ঠাকুৰে কিন্তু অভিমানী আচাৰ্য্যক এনেয়ে নেৰিলে। পঞ্চাশ টকাৰ পৰা গৈ গৈ হাঁতী এটাৰ বাবদ একুৰি ৰূপ লৈহে পুতেকলৈ বিমলীক বিয়া কৰালে। অৱশ্যে বিয়া অতি সুকলমে হৈ গ'ল।

বিয়াৰ পিচদিনা আচাৰ্য্য বিয়া খাবলৈ অহা মিতিৰ-কুটুমৰ লগত কথাপাতি আছিল। এনেতে ঘৈণীয়েক কমলাই মাত দিলে—"মই হওঁতে আগৰেপৰাই কৈছিলো; ওচৰতে ল'ৰাটো পাইছে নেৰিব।" আচাৰ্য্যই শান্ত প্ৰকৃতিৰে, মিতিৰ-কুটুমলৈ চাই উত্তৰ দিলে—"মই জানো ল'ৰা ভাল-বেয়া কিবা কৈছিলো? বাপেকৰ কথাবোৰৰ পৰাহে মনটো কোঁচখাই আছিল; ল'ৰাত কি আঁৰ আছে? পঢ়া-শুনাই নাইনে, ঘৰ ধৰি খোৱা বুদ্ধি-সন্ধিয়েই নাই? বুঢ়ী মায়েকেও ক'লে, "যাৰ কন্যা তাৰ বিবাহ; বিধতাৰ জোৰা এজুৰাই মানুহে জোৰা লগাব পাৰেনে?"

"ঈশ্বৰে সকলো ভালকে কৰিলে—মূঠতে কোনোবা হতশ্ৰী হোৱাই তাইৰ সোৰঁৰণীখন নিহে ভয়টো খুৱালে, পিচে ভালেইহে হ'ল।" বুলি আচাৰ্য্যই দেখে সৰু ল'ৰাটো হাতত কিবা কাগজ এখন লৈ ঘৰলৈ ল'ৰি আহিছে "হেৰ' কি পালি চন্দ্ৰ?' নিত্যানন্দই সুধিলে।

"সোৰঁলণী!"

"কাৰ সোৰঁৰণী?"



"বাইদেউল"

"ক'ত পালি হোঁ, ক'ত পালি?"

"ভিনিদেৱে বাটল্ পলা দি দিঠে"

"কোনে?"

"ভিনিদেৱে, বাইদেউল দলাটোৱে। বোলে দেউতাক দিবি মোল হাতত আহিঠিল।"

কাণ্ড দেখি সকলোৰে হাঁহি উঠিল। আচাৰ্য্যৰো হাঁহি লুকাই নেথাকি ওঠেদি বিৰিঙ্গি পৰিল। কলে "এঃ কথাতে হতশ্ৰী হোৱা বুলিলো। কুশলে থক; মোৰ সোণাইৰ শতবছৰ পৰমায়ু হক।"

## দশম অধ্যায়

বিয়াৰ পৰা এবছৰ মানৰ পাচত এদিন জেঠমহীয়া বেলি ঘূৰিছে, পথাৰত ৰোৱনীহঁতৰ ধান দিলে আথৈ ফুটা পিঠি, অলপ চেঁচা পৰিছে, এনেতে গোপালে ভাত-পানী খাই উঠি পথাৰৰ ভাগৰ পলাবৰ মনেৰে শোৱনী ঘৰৰ পাটীত পৰি মাজে-মূধে মাত লগালে—"আমাক কোনোবাই তামোল এখনি খুৱাবনে বাইজ?" বিমলী ওচৰতে বহি তামোল কাটি আছিল; মুখেৰে একো নকৈ বটাৰ পৰা থুৰীয়া তামোল এখন লৈ দুইহাত মেলি গোপালৰ আগত ধৰিলে। গোপালে তামোলৰ লগতে বিমলীৰ হাতদুখনত ধৰি সুধিলে "মোৰ কুকিটো আনিছানে?' "ক'ৰ কুকি" বুলি বিমলী মুখ ঘূৰাই তলমূৰ কৰি

ৰ'ল। গোপালে আকৌ ক'লে, "আৰুবেলি এৰি থৈ অহা কুকিটো।" "নাই জানো ক'ব নোৱাৰো।"

ল'ৰাই কবিতা আওৰোৱা সুৰ ধৰি গোপালে গল-হেকাৰি মাৰি লৈ গাবলৈ ধৰিলে—"শ্যামাই নিয়ক, কালায়ে নিয়ক, জগদম্বাই নিয়ক"ঃ বিমলীৰ মনত চাটিফুটি লাগিল; কি কৰিব কি নকৰিব উপায় নেপাই গোপালৰ মুখত হাতেৰে সোপা দি অলপ ডাঙৰকৈ ক'বলৈ ধৰিলে—"মোকে নিয়ক, মোকে নিয়ক" তেনেতে বাৰীৰ ঢাপৰ বকুল গছজোপাত থকা চৰাই এটাই মাত লগালে—"অ' সহদেউ, কি কহ কহ—কি কহ কহ!"



# হুহুঁা-কন্দা

"গুণিতে কামিনী যামিনী যাই
নয়নে নিন্দ নাহি আৱে।
দিৱস ৰজনী হৰি ৰহলি গৱাই
কৃষ্ণ কিঙ্কৰে ৰস গাৱে॥"
শ্ৰীশঙ্কৰদেৱ

সহপাঠী আন দুজন বন্ধু শুই আছে; চিন্তা নাই, চৰ্চ্চা নাই। নিদ্ৰা দেবীয়ে যেন মৰমৰ পুতেকহঁতৰ মূৰত স্নেহৰ হাত ফুৰাই ধাই নাম গাইহে শুৱাইছে। ৰসনাথ বৰুৱাই কিন্তু গাত চুৰিয়া ওভোতাই লৈ মেজৰ ওপৰতে বহি, এই বাৰবজা ৰাতিও অবিশ্ৰাম কাপ চলাব লাগিছে। ইথিলা সিথিলাকৈ, কতথিলা ৰামধেনুৰ সাতবৰণীয়া কাকতী-পাত (note paper) কালি-ছিৰি, মোহাৰি-সামৰি, দাঁতেৰে কামুৰি শেষত মেজৰ তললৈ দলিয়াই পেলাই দিছে—লেখ নাই। লেখাৰ "মেহনতি" এৰি খিলাত ডুপইচাকৈ ধৰিলেও লেখৰ ছয়-সাত অনা থিতাতে অথলে গ'ল।

যোৱা আঘোণৰ পাঁচ তাৰিখে গোলাঘাটত বিয়া কৰাই থৈ আহিবৰ দিন ধৰি আজিলৈকে তিনি-চাৰিখন চিঠি দিও তওঁ ঘৈণীয়েকৰ হাতৰপৰা ক'লীয়া আখৰ এটা পোৱা নাছিল;

আজি হঠাতে বিনা মেঘে বজ্রপাত হোৱাৰ দৰে তেওঁৰ হাতত চিঠি এখন পৰিলহি। চিঠি পাই তেওঁ ক'ব নোৱাৰে আজি বেলিনো কামাখ্যাচলৰ সিপাৰে মাৰ গ'লনে—নাই ভৰ দুপৰতে আকাশেদি সৰকিয়েই ঘৰ পালেগৈ।

ফুলক'লি, মলয়, কুঁহিপাত, বসন্ত, কুলি আদি যিমান যিমান মুখতে পমা কোমল শব্দ আনি তেওঁ আলেফুলে, প্ৰেম ডোলেৰে গাঁথি বাৰবৰণীয়া পাতত বহুৱাইছে সেই আটাই-বোৰেই অতিকৈ লাই পাই উঠা দুষ্ট দগাবাজ, অপুতৰ পুতৰ দৰে আবৰী হৈ তেওঁৰ চিঠিখন খৰ্‌খৰীয়া কৰি পেলাইছে। তেওঁ কৰিব খোজে "ভেচেলিন" হঁহি আচোঁৰা মুৰৰ নিচিন' মিহি—সিহঁতে কৰে তিনি বিহুত তেল নেদেখা মুৰৰ নিচিনা ফপহুটা।

ইফালে তেওঁৰ দৰে ঘৈণীয়েকে ইংৰাজী পঢ়াহেঁতেনো আছিল এক। সিও নহৈ যদি ঘৈণীয়েকে লঠা গদ্যত চিঠি লেখিলেহেঁতেন তেতিয়াও তেওঁ শব্দ বিচাৰি ৰাতি বাৰ-এক বজালৈকে মূৰ ঘমুৱাব নেলাগিলহেঁতেন। এতিয়া ছাত্ৰবৃত্তি পাছ কৰা বিদ্যাৰেই ঘৈণীয়েকে চিঠিৰ উপসংহাৰত "আপোনালৈ মনত পৰিলে এনেহে মনতে লাগে। যেন :—

"গছলতা জক্‌মক্ কুঁহি ফুল পাত।
মাণিকী মধুৰী মৌ কুউ কুউ মাত॥" বুলি লেখিছে

যেতিয়া, তেওঁ কোন লাজেৰে, মৰা মানুহৰ মুখ যেন নীৰস-নিষ্প্ৰভ গদ্যত চিঠি লেখিব? মূৰতে জানিবা অ'ৰত'ৰ একাষাৰ



কথা আনি জোৰণিটো দিলে, শেষত মোখনিৰ সময়ত এতিয়া নিৰুপায়।

"O could I fly, I'd fly with thee
We'd make with joyful wing
Our annual visit o'er the globe
Companions of the spring."

ব্ৰুচৰ এই কবিতাচৰণৰ, সমান ৰসগুণ বিশিষ্ট অসমীয়া বা সংস্কৃত কবিতা এচৰণ নেপাই তেওঁ মগজু ঘোলা কৰিছে। এবাৰ—

কাককৈ বাঁহৰে দৈ ঐ সাদৰি
কাককৈ বাঁহৰে দৈ।
চৰাই হ'লোহেতেন উৰি গ'লোহেতেন
দুহাতে × × ×

এই বনগীত ফাঁকি বহুৱাই দিব খোজে—কিন্তু সি অশ্লীল হয় আৰু বিশেষ কিজানি প্ৰিয়তমাই তেওঁক সন্দেহৰ চকুৰে চায়। এইবাৰ ইবোৰ-সিবোৰ এৰি তেওঁ সেই ইংৰাজী কবিতাচৰণৰ পদ্যানুবাদ কৰিবলৈ লাগিল। কাটি-কুটি লেখি-জুখি এই তিনিফাঁকি কৰিছেগৈ—

"হোৱা হ'লে বিহঙ্গম, ডেউকাৰে উৰি।
তোমাৰ আচল ধৰি পাচে পাচে ফুৰি॥
সেউজীয়া পৃথিৱীৰ লগে লগে ঘূৰি।

কিন্তু চতুৰ্থ শাৰীলৈ আৰু দুআঙুলে নাটে—

পাতিলো হেতেন দুয়ো ···×···

এই শূন্য অর্থাৎ অপূর্ণ ঘৰত, খুৰাবলৈ শব্দ তেওঁ নেপায়হে নেপায়।—"কুৰি,--ওঁঃ নহয় অর্থহীন" "খুড়ী, ওঁঃ নহয় প্রলাপ"—গুৰি. ঘূৰি—আদি ৰিঅন্ত দুই আখৰৰ শব্দ বিচাৰি জয়জয়তে 'মনৰোষ' তাৰ পাচত 'হেমকোষ' মথি কালকূট বিহ কৰিছে। এনেতে হঠাৎ তাহঁখেলৰ 'জুৰি' শব্দটোলৈ মনত পৰিল—আহিল তত্। এইবাৰ ষষ্ঠ খনত যিমানে পাৰে—সমানি, সমশীৰ্ষাণিকৈ লেখিলে—হোৱা হ'লে বিহঙ্গম, ডেউকাৰে উৰি।

× × × ×

পাতিলো হেতেন দুয়ো বসন্তৰ 'জুৰি'॥

এনেতে সহপাঠী বন্ধু ভুবন ফুকনে গা-ঘূৰি দি ষড়জ স্বৰত মাত লগালে "কি বৰুৱা, নোশোৱেনে? কিমান পঢ়ে? চক্‌মক্ খাই ৰসনাথে চিঠিখন লৰালৰিকৈ কিতাপৰ মাজত ভৰাই থ'লে। আকৌ ভুবনৰ মাত পৰিল—"বোলো নোশোৱেনে?" "শোওঁ বুইছেনে" বুলি ৰসনাথে পঢ়াৰ ছলেৰে গুণ্ গুণাবলৈ ধৰিলে—

"স্যাম্নিগুণনিকৰো মালিনী ননমাযযৌ" ···×···×···

এইখিনিতে কাছাৰীৰ কাঁহত কোব পৰিল—ঠং—ঠং; ৰাতি দুই।

## দ্বিতীয় অধ্যায়

ভূতপূৰ্ব্ব লখিমী ঘাটৰ ঘাটৈ, ধনবৰ ৰাজখোৱা নগৰত থাকিবলৈ ল'বৰ পৰা ক্রমে ক্রমে এনে উন্নতমনা হৈ আহিল যে তাৰ বৰ্ণনা নাই। কোনো কুলেই বা কোনো মানুহেই যে নীহ নহয়, আটাইৰে হৃদয়ত যে সজ প্ৰবৃত্তিৰ বীজ আছে,



উপযুক্ত উৎসাহ আৰু আদৰ পালে যে সেই বীজৰ পৰা গছ গজি দহজনক ফল ভোগাব পাৰে তাৰ পটন্তৰ ধনবৰেই। জিলাৰ সকলো মানুহৰ পৰা মৰমৰ 'ৰাজখোৱা' উপাধি পাই ধন-বৰৰ ক্ষুদ্ৰ হিয়া বহল হৈ পৰিল। সৰু, সৰু তেতিয়ালৈকে, যেতিয়ালৈকে তাক বৰে অনাদৰ কৰে। যেতিয়া বৰৰ আদৰ পায় সৰুৰ ভিতৰতো দয়া, পৰোপকাৰ আদি মহৎ গুণবিলাক বিকশিত হৈ উঠে।

ধনবৰৰ একমাত্ৰ দুখ এইহে যে মালিতালৈ দৰা পোৱা নাই। মালিতা ধনবৰৰ একমাত্ৰ সন্ততি। তায়েই পিতাকৰ পিণ্ডজলৰ অধিকাৰিণী। ছোৱালীটো দেখিবলৈ যেনে ৰূপৱতী গুণতো তেনেকুৱাই। ছাত্ৰবৃত্তি পাছ কৰি আজি দুবছৰ মিউনিচিপেল বালিকা স্কুলত শিক্ষয়িত্ৰী হৈ আছে। তদুপৰি বোৱা-কটা, গৃহস্থালি কাম কৰা, সকলোতে তাই পাৰ্গত। মালিতা কাঁইটীয়া পাতৰ মাজৰ কেতেকী ফুল।

কুলত যদিও একে নহয়—চন্দ্ৰমাধৱ ৰাজখোৱাৰ পুতেক তাৰামাধৱ ৰাজখোৱা বি-এ মালিতাৰ অন্তৰঙ্গ বন্ধু। তাৰামাধৱে বি-এ পাছ কৰিবৰ আজি তিনিবছৰ হ'ল, ক'তো চাকৰি পোৱা নাই। পিতাক গোলাঘাটৰ পুলিচ চাবইন্সপেক্টৰ। তেওঁৰ মন আছিল তাৰাক কোনোমতে চাবডেপুটি বা মুন্সিফ কৰাবৰ, কিন্তু আজি অতদিনে তাৰ যোগাৰ কৰিব পৰা নাই। তাৰাৰ কিন্তু চাকৰি কৰিবলৈ মন নাই। অসহযোগ আন্দোলনত যোগ দি দেশৰ হিত সাধিবলৈহে তেওঁৰ একান্ত ইচ্ছা।

কিন্তু প্ৰকাশ্যে ঘোৰ অসহযোগী হ'লে জানোচা দেউতাকৰ চাকৰি যায়—সেই ভাবতে তেওঁ অনেক কৌশল খটাই ভিতৰি ভিতৰি এই কাম কৰিছে। ভিতৰি তেওঁ কৰা সেই কামৰ ভিতৰত প্ৰধান হৈছে—দুখন কিতাপ। প্ৰথম খনৰ নাম "জাতি গঢ়িবানে দেশ গঢ়িবা ?" আৰু আনখনৰ নাম "ভাৰতৰ উন্নতি কেতিয়া ?" কিন্তু পইচাৰ অভাৱত আৰু বিশেষ দেউতাকৰ ভয়ত, তেওঁৰ দুইখন কিতাপেই হাতে লিখা অৱস্থাতে পৰি আছে।

দৈবাৎ এই কিতাপ দুখনৰ এখন এদিন তাৰাৰ ভনীয়েক, সাবিত্ৰীয়ে স্কুললৈ লৈ গ'ল আৰু মালিতাই তাকে পালে। পাতনি পঢ়িয়েই মালিতাৰ মন এনেকৈ মজিল যে সাবিত্ৰীক কৈ কিতাপখন ঘৰলৈ নি দুলুটি-তিনিলুটিমান পঢ়িলে।

এদিন সন্ধ্যা সময়ত তাৰাই বাৰান্দাত বহি হাৰমনিয়াম বজাই আছে এনেতে মালিতা গৈ তেওঁৰ ওচৰত উপস্থিত হ'ল। মালিতাক দেখিয়েই তাৰাই "অ' পণ্ডিতনী, আহাঁ আহাঁ বুলি হাৰমনিয়ামটো মেজত থৈ চকি এখন আগবঢ়াই দিলে; মালিতাও অনুৰোধ ৰক্ষা কৰি বহিল। সাবিত্ৰীৰ পঢ়া-শুনাৰ বিষয়ে অনেক কথা-বাৰ্ত্তা হোৱাৰ পাচত মালিতাই তাৰাৰ আগত কিতাপখন থৈ ক'লে "যেন ক্ষমা কৰে। এইখন সাবিত্ৰীয়ে ভুলতে বহীৰ লগত নিছিল। মই পাই পঢ়িলো। সঁচাকৈয়ে ভাল কিতাপ হৈছে। এনে কিতাপ খনদিয়েক নহ লে দেশৰ চকু নগজে।" তাৰাই পেটে পেটে মালিতাৰ সমালোচনাত বৰ ৰং পালে আৰু উত্তৰ কৰিলে, "সি একো কথা



নহয় মই বাৰু আৰু এখন দিওঁ, তুমি মাত্ৰ কাকো নিদিবা।" এই বুলি কৈ তাৰা ভিতৰলৈ উঠি গ'ল আৰু সিখন কিতাপ লৈ আহি আৰু দুই-এষাৰ কথাৰ অন্তত মালিতাক দি ঘৰলৈ পঠালে।

এই দিনাৰপৰা তাৰা আৰু মালিতাৰ নেহা ক্ৰমাৎ বাঢ়ি গ'ল। মুঠতে মালিতাই—সকলো বিষয়ত যদি উপদেশ লয় তাৰাৰ; জ্ঞানীৰ আদৰ্শ যদি পায়—তাৰাত; শ্ৰদ্ধাৰ পাত্ৰ যদি কাৰবাক পায়—তাৰাক।

সামান্য এজনী ছোৱালীৰ লগত এইদৰে স্বাধীনভাৱে, হিয়াখুলি ব্যৱহাৰ কৰা বাবে তাৰাৰ মাকৰ মনত সন্দেহ হ ল। আনকি এই কথা তেওঁ ৰাজখোৱা ডাঙৰীয়াৰ কাণলৈকো নিলে। গিৰিয়েকক তেওঁ কথা এনে প্ৰকাৰে বুজালে যে সোনকালে তাৰাৰ বিয়া নেপাতিলে কিজানি কি।

এদিন মালিতা উঠি যোৱাৰ পাচত তাৰাক মাকে ভিতৰলৈ মাতি নি ক'লে "বৰমইনা, এইবোৰ দস্তুৰ ভাল দেখা নাই মই। এডোখৰ বিহাৰী এডোখৰ অসমীয়া ছোৱালীজনীৰ লগত সমানে চকিত বহি কথা-বাৰ্ত্তা পাতিলে তোৰেহে মান ছন। তাইৰো সাহ দিনে দিনে বাঢ়ি যাব।" তাৰা সৰুৰেপৰা স্বাধীন প্ৰকৃতিৰ আছিল। যদিও মাকৰ প্ৰতি অত্যন্ত ভক্তিমান তথাপি তাৰাই অশিক্ষিতা মাকক বুজাবলৈ প্ৰতিবাদত দুই চাৰিকথা নকৈছিল যে এনে নহয়। প্ৰথম আষাৰত তাৰাই আৰু নেমাতি মাত্ৰ "কোনো নীচ নহয়" বুলি মিহিকৈ কৈ থ'লে। শেষত যেতিয়া মাকৰ কথা

চোকা হ'লগৈ তাৰায়ো "বাৰু মই কেচুৱা নহওঁ, মোৰ মানত কোনো সৰু, কোনো বৰ নহয়। সকলো ঈশ্বৰে প্ৰজা মানুহ; তেওঁৰ মৰমৰ সন্তান-সন্ততি' বুলি কৈ লাহে লাহে বাজলৈ আহিবলৈ চল বিচাৰিলে। মাকে কিন্তু আগভেটি ধৰি আকৌ ক'লে—"মোৰে মূৰকে খাব বৰ মইনা, যদিহে তাইক ঘৰলৈ মাত।" তাৰাৰ খং আৰু জ্বলিল; কিন্তু কৰে কি? তেওঁ যে জন্মদায়িনী মাক। তাৰপৰা উচাটমাৰি ওলাই আহোঁতে কৈ আহিল—"তুমি মোক তোমাৰ ল'ৰা বুলি চিনা নাই গুণে এই দুখ দিলা। বাৰু যোৱাঁ, মই যি কৰো কৰিম। মূঠতে জোৱাঁয়েৰাকে আজিৰপৰা পো ভাবিবা। মই ক'ৰবাৰ কোনোবা।"

ইয়াৰ আগতে ৰাজখোৱানীয়ে পুতেকৰ স্বভাৱ পৰিবৰ্ত্তনৰ এটি ইঙ্গিতো যেন পাইছিল; সি হৈছে এখন চিঠি। বিয়া দি থোৱা জীয়েক, সাবিত্ৰীয়ে ৰসনাথৰপৰা চিঠি এখন পাই তলৰ নামটোৰ দাতিকণ ফালি "ভাৰতৰ উন্নতি" কিতাপখনৰ মাজত ভৰাই থৈছিল। মাকে পুতেকৰ মেজত কিবা এটা চাওঁতে সেই চিঠিখন পাই মনে মনে লৈ আহি জীয়েকক সুধিলে "সাবিত্ৰী, এইখন চিঠি কাৰ? ককাইদেৰেৰৰ কিতাপৰ মাজত চিত্ৰ-বিচিত্ৰ এইখন চিঠি ক'ৰ?" লাজতে আনফালে মুখ ঘূৰাই "জানো ক'ৰ?" বুলি সাবিত্ৰী গুচি গ'ল। মাকে ভাবিলে তাৰামাধৱেইহে সেই চিঠি মালিতা পটেশ্বৰীলৈ লিখি থৈছিল।

"কুলাধমে অনায় এতিয়া বংশৰ কুখ্যাতি।"



## তৃতীয় অধ্যায়

আজি কলেজীয়া ছাত্ৰৰ উহুলি-মুহুলি। কোনোৱে পেৰা-পেটাৰি বান্ধিছে, কোনোৱে তাচকে খেলিছে, কোনোৱে চাহ-মিঠাই, তামোল-চুৰট-লেমনেডৰ শৰাধ কৰিছে। কোনোৱে বা মেজৰ ওপৰত তবলাৰ বোল ফুটাই গীতৰ ৰাগিণী ধৰিছে:—

"বহুদিন পরে হইব আবার আপোন কুটীর বাসী"

তাৰ মাজতে হয়তো কোনোৱে সুৰসিক হৈ মাতৃভাষাৰ একচা তুলি ৰজিতা খুৱাই গাইছে:—

"ঘৰশুৱাই মোক আদৰি নিবহি পদূলিমুখতে 'হাঁসি'।"

এনেতে হাতত সৰু 'বেগ' এটিৰে ৰসনাথ বৰুৱা কুঞ্জদুৱাৰত উপস্থিত। বন্ধুহঁতে যেন ৰসনাথক নেপালে—ৰসৰ সজীৱ মূৰ্ত্তিটিহে পালে। আটায়ে একেলগে জয়ধ্বনি কৰিলে—"জয় ৰসনাথ কি জয়।" বন্ধুৰ এনে ব্যঙ্গপূৰ্ণ ব্যৱহাৰত ৰসনাথৰ খং অলপ ধোৱাঁওতেই টেটকুটীয়া বন্ধু এজনে ঠাইতে চাহ এপিয়লা লৈ তেওঁৰ মুখৰ আগত ধৰি ক'লে—"হোঁৱক বৰুৱা, 'একদম গৰম' হে আছে। এঃ অতপৰ ক'ত ফুৰিছিল?" দুপৰৰ পৰা বজাৰত অকতিয়াই-পকতিয়াই ফুৰি ফুৰি ৰসনাথৰ পিয়াহো লাগিছিল দেখি বন্ধুৰ মৰমত খঙলৈ পিঠি দিলে।

সেই ৰং মহলত ৰসনাথ বেচিপৰ নেথাকিল। উৎসাহৰ উৎকণ্ঠ মূৰ্ত্তিসমূহৰ মাজতো তেওঁৰ মুখত এটি ব্যস্ততাৰ চিন বিৰিঙ্গি আছিল। লৰালৰিকৈ পেৰা মেলি সৰু 'বেগটো' তাতে ভৰাই থৈ তেওঁ আকৌ বাহিৰ ওলাল। যাবৰ সময়ত তেওঁৰ জেপৰ

পৰা কাকত খনদিয়েক উলিয়াই লৈ পাহৰিয়েই নে কি কৰিয়েই, মেজৰ ওপৰতে এৰি থৈ গ'ল। বন্ধুহঁতৰ চৰ্কুত কিন্তু এই ঘটনা নেসাৰিল। তেওঁ বাজ ওলোৱা মাত্ৰকে এটিয়ে কাকতখন লৈ আহি আটাইৰে আগত মেলি পেলালে।

অৱশ্যে কাকত কেইখনত বিশেষ লেখৰ একো নাই। এখন টেলিগ্ৰাফৰ নকল আৰু আনখন বজাৰ কৰা মালৰ তালিকা। নকলখনত লিখা আছিল, প্ৰিয়নাথ বৰুৱালৈ ২০৲ (কুৰি টকা।) বজাৰৰ তালিকাত "পতি পৰম গুৰু" ফণি, "তুমি আমারি" ৰুমাল, "সতীশোভনা" সেন্দূৰ, এখন "বর বিনিময়" উপন্যাস ইত্যাদি।

ৰাৱতে বুজিলে বন্ধুহঁতে, এইবাৰ ভায়া শ্বশুৰ গৃহেদিহে ঘৰলৈ যাব। ঘৰত ভনীয়েক বা আন তেনে কোনো উপহাৰৰ পাত্ৰী নাইগুণে সেইবোৰ বস্তুৱে কাৰ কৰকমল উজলাব তাকো তেওঁলোকে অলপো আয়াস নকৰাকৈ বুজিব পাৰিলে।

এইবাৰো আগৰদৰে হাতত সৰু কাগজেৰে মেৰোৱা টোপোলা এটা লৈ ৰসনাথ উপস্থিত। আনে কি কৰিছিল নকৰিছিল তালৈ ভ্ৰূক্ষেপ নকৰি এইবাৰো পেৰাত টোপোলাটি ভৰাই তেওঁ বাজ ওলাল। দুই-চাৰিখোজ দিছে, এনেতে পাচফালৰপৰা তেওঁকে উদ্দেশ কৰি এজনে আবৃত্তি কৰিবলৈ ধৰিলে :—

"পততি পতত্ৰে বিচলতি পত্ৰে শঙ্কিত ভবদুপযানং।
ৰচয়তি শয়নং সচকিত নয়নং পশ্যতি তৱ পন্থানং॥"



তেওঁকে দেখি হঁৰিবৰ গায়ন নামেৰে সুৰসিক এজনে সকলোৰে মাজতে থিয় হৈ সূত্ৰধাৰৰ মুদ্ৰাৰে জাত লগাই গাবলৈ ধৰিলে :—

"কৃষ্ণে হৰিলন্ত চিত্ত হৰাইল চেতন।
পিন্ধয় পাৱত নিয়া হাতৰ কঙ্কন॥"

ডেকাৰ হাতৰ মুদ্ৰাই আৰু স্বৰৰ মাধুৰীয়ে এনেকৈ সকলোৰে চিত আকৰ্ষণ কৰিছিল যে সকলোৱেই হাতচাপৰি বজাই তেওঁক দোহাৰিবলৈ অনুৰোধ কৰিলে। তেৰোঁ বন্ধুৰ অনুৰোধ ৰাখি আকৌ এবাৰ গালে। এনেতে হোষ্টেলৰ ৰান্ধনীশালত ভাতৰ ঘণ্টা পৰিলত সকলো কিৰিলি মাৰি লৰ ধৰিলে।

## চতুৰ্থ অধ্যায়

বেলি উঠাৰ লগে লগে মালিতাক বিচাৰি ঘৰ গোটেইখন ব্যাকুল হ'ল। কোনোৱে শোৱা কোঠাত চাইছে, কোনোৱে খেৰঘৰত চাইছে, কোনোৱে আন আন ঘৰত বিচাৰিছে—তথাপি নাই, নাই। "একেজনী ছোৱালী—পঢ়িলে ভাল হ'ল। কাম-কাজ কৰিবলৈ দিব নেলাগে বুলি ক'লো নুশুনিলে; এতিয়া তাৰ পৰা কি লাভ হ'ল? মোৰ আইক নি কোনোবা হতশ্ৰী হোৱাই কোন ধুপুৰী পোৱালেগৈ তাৰ কি 'তায়েন' আছে?" ধনবৰ ৰাজখোৱা চঞ্চলচিতীয়া মানুহ নাছিল। হে যোৱা কামত অনাহকতে বেজাৰ কৰা বা তাকে গাই ভাত-পানী

এৰা, তেওঁৰ স্বভাৱ নহয়। তেওঁ উত্তৰ দিলে "তাই কেচুৱা বা কথা নজনা ছোৱালী নহয়। ভয় নাই, কেৱেঁ তাইক চৰাই-পহুৰ দৰে মাৰি-কাটি খাব নোৱাৰে।"

ঘৈণীয়েকৰ মনে কিন্তু নস'লে। ইননি-বিননিৰ লগেলগে ভনীয়েকৰ ল'ৰা-ছোৱালীহাল পঠিয়াই আমোলাপট্টিৰ ঘৰে ঘৰে আলেঙে আলেঙে চকু দিয়ালে, কিন্তু সেই একে উত্তৰেই—'নাই।'

ভালেমান পৰৰ পিচত কন্দা-কটা শুনি চন্দ্ৰমাধৱ ৰাজখোৱা উপস্থিত হ'লহি। ধনবৰে তেওঁলৈ বুলি পেটে পেটে যিবোৰ কথা সাঁচি থৈছিল ক'বলৈ সাহ নকৰিলে। এনেয়ে চন্দ্ৰমাধৱ উচ্চ কুলৰ, তাতে পুলিচৰ চাবইন্সপেক্টৰ। ঘৈণীয়েকে কিন্তু বেৰৰ আঁৰৰ পৰাই মৰসাহ দি কিবা এআষাৰ কওঁ বোলোতেই চন্দ্ৰমাধৱৰ মাত পৰিল "বাৰু তুমি চিন্তা নকৰিবা, ছোৱালী 'জৰুল' ওলাব, দেশ তেওঁ এইখনেইহে। মই বাৰু দুই চাৰি ঠাইলৈ চিঠি দিওঁ। তাৰাও কালিলৈ নগাৱঁৰ ফালে যাব হ'বলা। তাকো লাগে কথা একাষাৰ ক'বা মুঠতে ভাত-পানী এৰি বিহ্বল নহ'বাহঁক। নিছে যদিও তাইৰ যোগ্য এটাইহে নিছে।" তেওঁৰ কথাৰ শেষত ধনবৰৰ ঘৈণীয়েকে মাত লগালে—"বোপাদেউহে সকলোৰে মূল।" চন্দ্ৰমাধৱে নিজৰ কথাৰ অন্ততে খোজ লৈছিল আৰু বিশেষকৈ তেওঁৰ ক্ৰেক্সৰ নতুন জোতাজোৰে বৰকৈ কেৰেচ্ কেৰেচ্ কৰিছিল গুণে বেৰৰ আঁৰৰ পৰা কোৱা কথাষাৰ নুশুনিলে হ'বলা।

মাকৰ মন; কেনেকৈ বৰাব? এবাৰ জীয়েকৰ মেজৰ



ওচৰলৈ গৈ কিতাপবোৰকে চাই গুণ বৰ্ণাই কান্দিছে, এবাৰ জীয়েকে কৰা বিচনীখনকে চাই কপাল খুন্দিয়াইছে, এবাৰ হয়তো জীয়েকৰ তাঁতশালখনকে চাই চাই হিয়া ভুকুৱাইছে। এইদৰে থাকোতেই হঠাৎ গাৰু গিলিপৰ দাতিত সুমাই থোৱা জপা-তৰপা চিঠি যেন কাকত এখন তেওঁৰ চকুত পৰিল। লৰালৰিকৈ আনি গিৰিয়েকৰ ওচৰলৈ লৈ গ'ল। ধনবৰে পঢ়িলে:—

"আপোনাৰ আহিঁকে লৈ ময়ো কেতিয়াও আই-বোপাইৰ মনত কষ্ট নিদিওঁ। পিতৃ-মাতৃ নৰদেৱতা।

পঢ়াৰ শেষত দুয়ো যেন মৰা প্ৰাণেৰেই হাঁহিবলৈ ধৰিলে।

## পঞ্চম অধ্যায়

ৰসনাথে চন্দ্ৰমাধৱ ৰাজখোৱাৰ ঘৰলৈ শেষৰখন চিঠিত "অমুক বাৰে যাম" বুলি বাৰ্ত্তা পঠাইছিল। কিন্তু সেইদিনা তাৰাই মাকৰ কথাত বেজাৰ পাই—খঙে-বেজাৰে একোনাই হৈ ঘৰৰ পৰা ওলাই যাওঁতে ৰসনাথৰ চিঠিখন দিবলৈ পাহৰিলে। গতিকে ৰে'লৰ পৰা ষ্টেচনত নামিয়েই কাকো নেদেখি ৰসনাথে এখন গৰু-গাড়ীৰ দিহা কৰিলে। আগৰাতি টোপনিৰ লগত ভেট হোৱা নাছিল গুণে গাড়ীত উঠি ৰসনাথে "ৰাজখোৱাৰ ঘৰ" বুলি দীঘল দিলে। গাৰোৱানেও জোৱাঁই-

শহুৰ উভয়ৰে পৰা 'ডবল বক্‌চিচ্‌' সৰকোৱাৰ আশাত গৰুক আৰু স্ফুৰ্ত্তি-শাঁতি নিদিলে।

টোপনিত মগ্ন ৰসনাথক পদূলিতে গাড়ীৰ ভিতৰত এৰি গাৰোৱানটো বেগাবেগিকৈ গৈ ৰাজখোৱাৰ চ'ৰাত উপস্থিত হ'ল। তাক দেখি ৰাজখোৱানী ভিতৰৰ পৰা লৰালৰিকৈ ওলাই আহিল আৰু সুধিলে "কি হ'ল আমজাদ্‌।"

"জোৱাঁয়েক আহিছে"

"বাঘেমৰা, কটা-ঘাত চেঙ্গাতেল দিছহি ?"

"আপোনাৰ আঁৰ হ'ম, হোৱা-গাড়ী চক।"

"তেন্তে যা লৈ আহগৈ। পইচাৰ্‌ কথা নক'বি—আমাক দিব লগাতে কেইটকা লাগে মাৰি ল'বি। মই জগাই দিওঁগৈ"। ৰাজখোৱানী ভিতৰ সোমাল আৰু হুৰামুৰাকৈ গিৰিয়েকক শোৱাৰপৰা তুলি পঠাই নিজে পাচ চোতালত ধেমালি কৰি থকা ভনীয়েকৰ ল'ৰা-ছোৱালীহালক "হেৰ ভিনীহিয়েৰ আহিছে, বেগাই আহ, বেগাই আহ" বুলি মাতি আনিলে। সিহঁতো ল'ৰি আহি ওচৰত থিয় হোৱা মাত্রকে ৰাজখোৱানীয়ে হালকে হাতত ধৰি ভিতৰ সুমাই নিলে আৰু মূৰত কেচাতেল এচলু টেপ্‌টেপীয়াকৈ ঘঁহি আঁচুৰি-পিচুৰি বাজলৈ পঠাই দিলে।

ইফালে পেৰা-পেটাৰিৰে ৰসনাথক আনি চ'ৰাৰ চকিত বহুৱাই থৈ "আপুনি বহক, ত'ত আহিব এতিয়া ; মই গৰুহালক পানী এটোপা খুৱাই পাচেও আহিম" বুলি গাৰোৱান ওলাই গ'ল।



ৰসনাথ বহিছে। ন জোৱাঁইৰ কথা—তাতে বিয়াৰ দিনা ৰাতিহে যি গোলাঘাট দেখিছিল আৰু দেখা নাই গুণে আচহুৱা ভাৱেৰেই তললৈ মূৰকৈ বৈ থাকিল।

বেৰৰ আঁৰৰ পৰা শাহুৱেকে দেখে নৰকাৰ্ত্তিক। জীয়েকৰ যোগ্য বৰেই হয়। এনেতে ল'ৰা-ছোৱালীহাল ওলাই আহিল। "আমাৰ ভিনীহি, আমাৰ ভিনীহি' বুলি গাত লেঙেৰ-পেঙেৰ কৰিবলৈ ধৰিলে। ৰসনাথেও লৰালৰিকৈ মিঠাই আৰু থিচমিচৰ টোপোলা দুটা সিহঁতৰ হাতত দি চেনেহ জনালে।

এনেতে ৰাজখোৱা গহীন গতিৰে ওলাই আহিল। ৰসনাথ শহুৰেকক সম্ভ্রম জনাবলৈ বুলি চকি এৰি এদাতিত থিয় হ'ল। শহুৰেকে কিন্তু বাধা দি ক'লে "একো নাই বাপা, বহঁা বহঁা, পিছে সুখ পাইছো যিমান, দুখো পাইছো সিমান।" কথাৰ উত্তৰ দিবলৈ গ'লে ন-জোৱাঁইৰ লাজ দূৰ হয় ভাবি ৰসনাথেও কোমল মাতেৰে মূৰ খজুৱাই উত্তৰ দিলে "কিবা ভুলহে হ'ল। মই অহাৰ কথা বহুদিনৰ আগতে এজোৰালৈ লেখিছিলো।"

"মানে, ছোৱালীজনীলৈ।'

"হয়" আনফালে মুখ ঘূৰালে।

"বাঘেখাতীয়ে যে ভিতৰি ভিতৰি অত কাণ্ড কৰে তাক মই নেজানোৱেই।

ভিতৰত মিঠাই থিচমিচৰ ভাগ ল'বলৈ পোৱা ওচৰচুবুৰীয়াৰ আৰু কেইটিমান ল'ৰা-ছোৱালীও আছিল। তাৰে এটা ল'ৰা আছিল এক বিহাৰী পাৰৈয়াৰ। ল'ৰাটো গেৰেলা পেটা

যদিও স্বাস্থ্যৱন্ত ;  বয়সত আঠ-ন বছৰ। মিঠাইৰ আশাত সি আহি ৰসনাথৰ ওচৰত থিয় হ'ল আৰু খন্তেক পৰ মুখলৈ চাই থাকি সুধিলে 'ঔ ভিন্‌হি, তুমাৰ নামটু কি? বাইদেৱকে কিয় চুৰি কৰি লি গ'লা?

ৰসনাথ নিমাত। এনেতে বাজৰ চোতালত শুনে জেঠেৰিয়েক, তাৰামাধৱৰ মাত। ধনবৰে লৰালৰিকৈ উঠি "ই কি বোপা'? বুলি চকিখন আগবঢ়াই থওঁতেই ৰসনাথ ঘপকৰে চোতাল ওলাল। দুয়ো দুয়োৰো চকুলৈ চাই খন্তেক আছে, এনেতে তাৰামাধৱে মাত লগালে, একো নহয় ই নতুন ভ্ৰম-ৰঙ্গ'হে। এইটো হৈছে বৰুৱা, শ্ৰীযুত ধনবৰ ৰাজখোৱাৰ ঘৰ। বৰ সাদৰি লোক। বুজিবই পায় কথাতে।"

জেঠেৰিয়েক বৈনায়েকৰ ভিতৰত হোৱা কথা ধনবৰৰ কাণত পৰা নাছিল। তেওঁ আৰু ভিতৰত নবৈ দুয়োৰো মাজত থিয় দি তাৰা মাধৱৰ ফালে চাই ৰসনাথৰ কান্ধত মৰমেৰে হাতখন থৈ মাত লগালে "বোপাদেও, এইটি জানো আমাৰ নজোঁৱাই, মালিতাৰ গিৰিয়েক নহয়?'

তাৰামাধৱেও হাঁহি হাঁহি তপতে তপতে উত্তৰ দিলে "হ'লেও আপোনাৰ জোঁৱাইক আজি ৰাতিটোৰ কাৰণে আমি ধাৰলৈ লৈছো।"

এই উত্তৰৰ পাচত কাৰ মনত কি খেলাইছিল, কাৰ হিয়াত কিহৰ উজান উঠিছিল—পাঠকে নিজেই ধৰি ল'ব।

খন্তেকৰ পাচত দেখে চৰকাৰী পিয়ন। পিয়নে ধনবৰৰ



হাতত এখন খামত ভৰোৱা চিঠি দি ৰাজবাট ধৰিলে। ধনবৰে চিঠিখন তাৰামাধৱৰ হাতলৈ দি ক'লে "বোপাদেও, পঢ়কচোন, আকৌ বা কি," তাৰামাধৱে পঢ়িবলৈ ধৰিলে :—

পিতাদেৱ আৰু আইৰ চৰণত সেৱা। গুৱাহাটীৰ এখন স্কুলত শিক্ষয়িত্ৰীৰ পদ এটা খালি হোৱা শুনি হঠাতে ডাক গাড়ীত গুচি আহিলো। শাও নিদিব। পৰহিলৈ যাম।

সেৱিকা,
শ্ৰীমালিতা



# 'মহামায়াৰ' পূজা

'মাতা নিন্দতি নাভিনন্দতি পিতাভ্রাতা ন সম্ভাষতে।
ভৃত্যঃ কুপ্যতি নানুগচ্ছতি সুতঃ কান্তা চ নালিঙ্গতে॥
অর্থ প্রার্থনশঙ্কয়া ন কুরুতেঽপ্যালাপ মাত্রং সুহৃৎ।
তস্মাদর্থমুপার্জ্জয় শৃণু সখে অর্থেন সর্ব্বে বশাঃ॥"

মহালয়াৰ দিনা পাৰ্ব্বণ শ্ৰাদ্ধৰ অন্তত ফুৰিবলৈ বুলি ওলাই গ'লো। খন্তেক বজাৰত পোহাৰে পোহাৰে ঘূৰি পকি আছো এনেতে ভাবিলো—পিতাদেৰে ব্ৰত ভাঙিবলৈ মাছ এচকলকে পাৰিলে নিওঁ। দৰালো ; দাম নহ'ল জুইছাই। হাতৰ তলুৱা যেন বৌমাছৰ তলপেটিচকল হ'ব ; সিও তমাল যেন পাতল। দাম কৰিলে পূৰাপূৰ আঁঠ অনা। যি হওক কেৰ্‌জেৰাই কেৰ্‌জেৰাই অন্তত ছয় অনাত দাম ছিঙি জেপত হাত ভৰাই চাওঁ—আছে মাথোন পাঁচ অনা তিনিপইচা। এৰিবলৈকো পেটে পেটে লাজ পাই, পোহাৰীবাইক "কালিলৈ বা পৰহিলৈ দি যামহি বুলি কৈ মানেমানে ঘৰমুৱা হলোঁ।

পদূলিমুখতে ল'ৰাছোৱালী হালে ধৰিলেহি। এটাই কৈছে "মোলৈ কি আনিছা, আনজনীয়ে কুটুৰিছে, মোক হ'লে পূজা চাবলৈ ৰঙা চোলা এটা দিব লাগিব।" মোৰ মনত যেনেহে লাগিছিল তাক বৰ্ণাব নোৱাৰো ; কিন্তু কি কৰিম ? সিহঁতেতো



"অস্তি নাস্তি নজানন্তি" মাত্ৰ "দেহি দেহি পুনঃ পুনঃ।" "দিম বাৰু ব'লাহঁক" বুলি ভালৰি লগাই সেই যাত্ৰালৈ ৰক্ষা পৰিলো।

গধূলি পিতাদেৰে ভাত খাইছে, ময়ো খাইছো ; এনেতে পিতাদেৰে ক'লে—"এইবাৰ ইবোৰ সিবোৰ নেগাবি, জোবোৰা এটা পাৰিলে মৰা। মোৰ হাতত হ'লে ফুটা কড়ি এটাও নাই" মই বিশেষ উত্তৰ নিদিলো, মাত্ৰ ক'লো—"কাম কাজৰনো কি হয় হক বাৰু—চাব লাগিব।" সকলো কথা "মধুৰেণ" সমাপ্ত হ'ল। ৰাতি এঘাৰমান বজাত টোপনিয়ে চিল্ মিলাইছে এনেতে শ্ৰীমতী ( নাম কাঢ়িব নেপায় হেনো ) সহধৰ্ম্মিণীয়ে আহি মুখতে তামোল এখন গুজি দি ক'লে "বোলো অনেকে অনেকলৈ খাটিছে আমি ফেদেলীমুৱেও এবাৰ খাটিমনে ?" ৰি-তা-না-নাতে বুজিলো ই ৰাগিনী ; পাচে দেশী বোলা ঠাচৰ ; ন'হলে—

"নিদ্ৰালসং সা কপটেন কান্তা
বিবোধয়ন্তী সুৰতোৎসুকেব।" হ'ব কিয় ? মই চালো

ধেমালিৰে কথা নুৰালে নুৰে। গতিকে চকুমুদিয়েই উত্তৰ দিলো, "সুতিৰীতো ফেদেলীয়েই" এইখিনিতে শ্ৰীমতীৰ (মায়া) ফৰ্ম্মাচ পৰিল "অহা পূজালৈ ভাল ৰিহা-মেখেলা এজোৰ দিলে তেও * * " কথা শেষ নৌ হওঁতেই ময়ো লগে লগে কৈ গ'লো "আটাইৰে চকুত পৰা পখিলা জনী হওঁ", শুনিয়েই শ্ৰীমতীৰ চকুত ফিৰিঙটিয়ে নাচিবলৈ ধৰিলে "নালাগে ঠাট্টা কৰিব, মই

নিৰ্গতী হৈহে কওঁ ; আজিৰ পৰা ক'লে ঠাইসৰা লগাব", বুলি উচাট মাৰি গুচি গ'ল। মই ভাবিলো ৰহস্য নকৰিলো বৰবিহ খালো আৰু মাত দিলে বা কি বাক্যবাণ ওলায়। এই ভয়তে চকাৰ্ বকাৰ্ একো নুচ্চাৰি টোপনি ভাও ধৰিলো। টোপনি হ'লে সেই ৰাতি নাহিল ; কেতিয়াবা মন গৈ সন্ন্যাসীৰ গুহাত সোমায়, কেতিয়াবা গৈ যমৰ "এজলাচত" ওলায়, কেতিয়াবা আকৌ X × পাহৰিলো, বহু দিনৰ কথা।

ৰাতিপুৱা শুই উঠি ধোৱাঁখোৱাৰ টোৰটোৰনিৰ লগে লগে ভাবিলো "চাকৰি ন'হলে খাব নোৱাৰিনে ? নাই জানিবা মই কাশ্যপ গোত্ৰৰ শ্ৰীমান হলধৰ—চাওঁচোন মোৰ হাতত কৃষি ফলেনে নফলে। বাগিচাত কোন 'জাগাত' কেনেকৈ কোৰ মাৰিব লাগে, কোন জোপাত কেনেকৈ 'কলম' দিব লাগে, ক'ত কি সাৰ দিব লাগে তাৰ দিহা-যুগুতি জানো, খেতিৰ কামহে নেজানো ? ধিক্ ধিক্ জীৱন"। হোকা চিলিম এৰি হাতত কোৰখন লৈ এনি চাইছো, তেনি চাইছো ক'তনো শাকতলী অকণৰ সুবিধাজনক ঠাই পাওঁ। এনেতে শুনিলো শ্ৰীমতী ঘৰগুৱাই শাহুৱেকক জান দিছে—"আই, তত্ লক, আজি খাল-বাম সমান হ'ব।" আইৰ মুখৰ উত্তৰ নৌ ওলাওঁতেই জুহালৰ গুৰিৰ পৰা পিতাদেৱে মাত লগালে. "হয়নে ? হাঁইঠা আজি মাটিত পৰিলনে ? হে'ৰ কি সোঁতৰ কচুৱে কাম কৰিব ? মনেৰে আজি পালেং চাহ খাবলৈ চেনি নাই। মাত, মাত মোৰ টেমাটোতে ককি বাকুঁহি চালে এৰোজৰ



পাব।" লাজত হাতৰ কোৰখন চোতালৰ মাজতে এৰি তিতাদাহেই গা ধুবলৈ গ'লো। ভাত খাওঁতে খাওঁতে ভাবিলো. আজি কাম বিচাৰি যামেই যাম।

"দাসস্য কান্যা গতি ?"

## দ্বিতীয় অধ্যায়

ডুমডুমা ফালৰপৰা আহি তিনিচুকীয়া ষ্টেচনত নামি ভাবিছো —'ঘৰলৈ যাওঁ কেনেকৈ ? জেপ ৰথীয়া স্বৰূপে সমল আছে মাত্ৰ ছৰতীয়া এটি। ইফালে লাজো লাগিছে—কোন মুখেৰে ঘৰত ওলাওঁগৈ।' এনে সময়তে পাচফালৰপৰা কোনোবা এজনে বাউসীত ধৰি জোকাৰটো মৰাৰ লগে লগে মাত লগালে "মইনা, ক'ৰ পৰা ?" উভতি চায়েই দেখো আমাৰ গাৱঁৰ শ্ৰীগতিৰাম বৰমহৰী। "এ দদাইদেউ, আপুনি ক'ৰ পৰা ?" "ঘৰৰ পৰাহে ? উজনিলৈ যাওঁ কাম বিচাৰি। লগতে আৰু এটি।"

"কোন ?"

"ঘিণ বাপুৰ পুতেক, অফলি। লৈ আহিছো বোলো আহ। ভাত পানী এমুঠি ৰান্ধি মোকো দিবি, তয়ো খাবি। পিচে এটা কথা।"

"কি" বুলি মই উত্তৰলৈ বাট চাই ৰ'লো।

"ৰাখাঁ যদি কওঁ।"

"বাৰু ককচোন তেও।"

"জানোচা নাৰাখাঁ।"

"পাৰিলে ৰাখিম।"

"মোক ৰূপ হুটকা দিয়াঁ মইনা, মোৰে শপত; মই ঘৰত দিমগৈ। ৰেলৰ খৰচ নাই।"

মোৰ পেটতে হাঁহি উঠিল। কি অদ্ভুত! "মই পাতো যাত হাত, সি দিয়ে কুহুঁ লি মাত।" ক'লো—"এ দদাইদেউ, ভাল পৰ্ব্বতত কাহু কণী বিচাৰিছে। মোৰ হাতত যদি হুৰতীয়া এটাতকৈ আছে কি ক'ম? চাওক লাগে এয়া বুলি জেপটো লুটিয়াই দেখুৱাই দিলো আৰু যাবদিয়েকমান কথাৰ পাচত মই আকৌ ক'লো "উজনি অঞ্চলৰ প্ৰত্যেকখন বাগিচাকে মই বাকী থৈ অহা নাই। মাছে এলুটিহে ঘোন্দালে; মই সাত লুটি ঘোন্দালিলো। আগৰ বুঢ়াইঁতৰ দিনতে এটা চন্দাত ওঠৰটা বোন্দা, এতিয়া তাৰ লগতে আৰু হুই ওঠৰটা।' তেওঁ উভতি আহিবলৈ সম্মত হ'ল। কিন্তু পইচাৰ কথা ভাবি আকৌ সুধিলে "উপায় কি হ'ব?' মই ক'লো ভয় নাই দদাইদেউ, নিৰুপায়ৰ উপায় ঈশ্বৰ। "ৰজতগিৰিনিভং চাৰুচন্দ্ৰাৱতংসং'—অৰ্থাৎ ৰূপৰ পৰ্ব্বত হেন আৰু গোটগাত চাৰু অৰ্থাৎ জোনৰ নিচিনা ৰূপৰ চেকা থকা—মহাদেৱ আছে যেতিয়া ধনৰ চিন্তা কি? মুঠেই "বিপদি ধৈৰ্য্যং।"

জেপৰ পৈত্ৰিক হুৰতীয়াটোত চুণ অকণমান সানি লৈ টিকত কিনিব খোজা হোজা বন্ধুৱা এটিৰ লগত পইচা



চাইটালৈ সলাই ল'লো আৰু তিনিও গৈ টিকত দিয়া হুৱাৰ মুখত তিনটা হাত ভৰাই থিয় দি ৰ'লো। ই আহিছে টিকত লৈছে গুচি গৈছে, সি আহিছে টিকত লৈছে গুচি গৈছে, আমি মাত্ৰ জুমৰ ভিতৰত থিত দি সংখ্যাহে বঢ়াইছো। অন্তত গাড়ী এৰাৰ যেতিয়া প্ৰথম ঘণ্টা পৰিস মানুহো দিহা-দিহি গ'ল মই মাত লগালো "বাবু টিকট"? বঙালী বাবুজনে উত্তৰ দিলে "পয়সা দাও?"

"কি পইচা?"

"আরে তামার ভৈরা পয়সা"

মই যেন হতবুদ্ধি হ'লো। "কি কয় বাবু? আমি তিনটা মানুহ অথনিয়েই পইচা দি ৰৈ থকা নাইনে?'

বাবুৱে কেৎকেৰীয়া মাতেৰে উত্তৰ দিলে—"দেখছে এটা ইয়ার্কি দেবার জায়গা নয়।" মই চালো সৰুটি হৈ নচলিলে সৰকিব নোৱাৰি এই ভাবি প্ৰকৃতিস্থ ভাবেৰে উত্তৰ দিলো "এ বাবু চেহাব, আপুনি পাহৰিছে। আমি জানো আপোনাৰ লগত ধেমালি কৰিবৰ পাত্ৰ? বাবুজন যেন বৰ 'গৰমত' বৰফৰ জুৰনিহে খাই 'ঠাণ্ডা' হ'ল। ক'লে "কৈ আমার মনে হচ্ছে না ত।" আহিল গা; মই আৰু সৰু হ'লো। "এ বাবু আপোনাসকলে তিনি নৈ, সাত সাগৰ পাৰহৈ আমাৰ অজান্তি দেশত হুই চাৰিটা পইচা ঘটিম বুলি হুখ লখকৈ আহিছে। আকৌ আমিয়েই আপোনাসকলক ঠগিমনে? যেন ঈশ্বৰে তালৈ মতি বুদ্ধি নিদিয়ক।'

"ঠিক দিয়েছ?"

"এ বাবু, তিনিজন ব্ৰাহ্মণে এই সহস্ৰ গাঁঠিৰ ভিতৰত আপোনাৰ গালৈ চাই কৈছো। নগদ সাতটকা দিহে আমি হাত ভৰাই আছো।" সি দুজনেও "হয় হয়" কৰি দিলত বাবুটিয়ে মোক টিকত তিনটাই বাকী পইচা কেইটাই ঘূৰাই দি বিদায় দিলে। যথা লাভ।

## তৃতীয় অধ্যায়

তিনিও বহি কথা বতৰা পাতিছো এনেতে ষ্টেচন এটাত এজন শাস্ত্ৰজ্ঞ দৈৱজ্ঞক গাড়ীত ঠাই বিচৰা দেখি মাত লগাই সঙ্গী কৰি ল'লো। মোৰ উদ্দেশ্য তেওঁৰ লগত সতামিতিৰ পাতি তামোলখন আৰু ধপাত হোঁপাৰ সুবিধা কৰা। আশা ফলিল। তেওঁ তামোল খুওৱাৰ লগে লগে আনকি নিজৰ ব্যৱসায় বাণিজ্যৰ কথাও উদঙাই ক'বলৈ ধৰিলে। বুজিব পাৰিলো উজনিত হাত-পাত, মঙ্গলপাতি, দশাকোষ্ঠী চাই মেলিয়েই তেওঁ জীৱিকা নিৰ্ব্বাহ কৰিছে আৰু হেনো কীৰ্ত্তন নজনা গোঁসাই মহন্ত, গায়ত্ৰী নজপা বামুণ আৰু ৰাশি চক্ৰ নেদেখা নিচিনা দৈৱজ্ঞয়ো—নিৰ্ব্বিবাদে উজনিৰ হোজা মানুহবপৰা ধন সৰকাব পাৰে।

কেইটামান ষ্টেচন আহিয়েই আকৌ এজন বন্ধা পাগমৰা বয়সস্থ মহন্তক লগ পালো। গাড়ীত প্ৰৱেশ কৰিয়েই তেওঁ মোক আদেশ



দিলে—"হে'ৰা অলপ সিফালে যোৱাঁ দেও"। মই বিচুৰ্ত্তি; এওঁ মোক তুমি-তামাকৈ সম্বন্ধ ধৰিবলৈ চিনি পালে কেনেকৈ? মই সুধিলো "প্ৰভু ঈশ্বৰে জানো মোক চিনিছে?" হুটুৰাই তেওঁ উত্তৰ দিলে "চিনি নেপালেই কিবা কথা ক'ব নেপায়নে দেও?" ময়ো নেৰিলো চালো এওঁৰে অলপ ৰগৰকে কৰো। ক'লো "তেন্তে অচিনাকি মানুহক তুমি-তামাকৈ কথা কোৱাটো আপুনি শাস্ত্ৰত পোৱা বচন।" আচৰিত, তেওঁ কথাৰ অৰ্থ নুবুজি, থামিডাঠ হৈ গৌৰৱৰ জয়ঢোল বজোৱা উত্তৰ দিলে "জানানে মই বৰ বৰ হাকীমৰ ভোজৰন্ধা গোসাই?"

"এ নেজানো" বুলি পেটতে মই হাঁহিৰ লগত যুজিবলৈ ধৰিলো।

"তেন্তে খং থায় কিয়?"

ভাবিলো, হক তেও "আপুনিত" পৰিছেহি। উত্তৰ দিলো—

"ভোকত প্ৰভু, ভোকত হে খং খাইছো।"

"জানেই আমাৰ এফেৰি সদাচাৰ আছে।"

"পিচে কথাতহে পাহৰে হ'বলা।"

তেওঁ আকৌ ক'লে "বুইছে আমি হৰক্ তৰক্ নাজানো, জানো মাত্ৰ ধৰ্ম্মৰ বাট।"

আৰু অলপ ৰহস্যৰ মূৰ মোকোলাবৰ মনেৰে মই কৰযোৰকৈ ক'লো "প্ৰভু, অপৰাধ নধৰিব। ইয়াত পুতেক উপজিবৰ দহদিনীয়া নোযোৱা কাবেলো এটা বহিছিল। মই মহা মেলেচ বহিছো বুলি আপোনাক জানিশুনি বহুৱাম কিয়? সেইহে মই ঠাই এৰি দিয়া নাই।"

তেওঁ ৰং পাই গ'ল; ক'লে "এ সেইবুলি নকয় কিয় ? আমাৰ গাত বস্তুকাৰণ আছে বুলিহে সজঠাই অকণ বিচাৰিছো।"

বাকী কেইজনে মোৰ কথাতে হাঁহি হাঁহি পেটৰ নাড়ী ভুৰু উজাৰিছে। মই কিন্তু লোকজনৰ অন্তৰালত তেওঁলোকলৈ চাই চকুৰ টিপত বাধা দি হাৰাশাস্তি। অৱশেষত ক'লো, "প্ৰভু, বস্তুকাৰণ যদি আহিছে তেন্তে এটি কাম কৰকচোন।"

"কি হোঁ ?" বুলি তেওঁ আগ্ৰহেৰে মোলৈ চালে।

"সেই ইঞ্জিনৰ আগতে থকা জবকাখনতে যদি বহি যায়, বতাহফেৰাও নিৰ্ম্মল পাব আৰু কিন্তুৰূপে বস্তু কাৰণো × ×।" নো শেষ হওঁতেই তেওঁ মোৰফালে কেৰাহিকৈ চাই চাই উত্তৰ দিলে—"হেঁঃ, এনে উপদেশ যদি টেটুত গোসাঁই বান্ধি নিয়া মিতিৰসকলক দিলেহেতেন কথাই নাছিল।" কথাৰ লগে লগে তেওঁ সিমূৰ পালেগৈ। ময়ো দদাইদেৱৰ গাতে মূৰ দি হাঁহি হাঁহি নিমাত হ'লো।

এনেতে দেখিলো, সিমূৰতো এই ৰগৰৰে ঢৌ উঠিছে। তেওঁ গৈ আৰু এজনক আঁতৰিবলৈ কওঁতেই সিজনে মাত দিলে—"হাৱ' ৰেল বোল্‌লিই চুৱা ছক। বামন গিলাকো বহ্‌বা দেই, আৰ চাণ্ডাল গিলাকো বহ্‌বা দেয়; বয়া তিৰী হেন" কথাৰ লগে লগে গাড়ী গোটেইখনতে চতৰ বিহুৰ হাঁহি উঠিল।

যি হ'ল নহ'ল ৰেলতে ভাবিলো যে শুদা মুখেৰে ঘৰলৈ যোৱাতকৈ অহা ষ্টেচনতে নামি এই অঞ্চলত পকাই জকাই যি পাওঁ এফেৰা আৰ্জ্জি লৈ যাওঁহক। তেওঁবিলাকো মোৰ মততে মান্তি হ'ল।

"অন্ন চিন্তা চমৎকাৰা।"



## চতুৰ্থ অধ্যায়

গাওঁ সোমায়েই পৰিচয় দিবলৈহে পালো যে ৰেলৰ উবা-জুবাত লগৰ ভকত হেৰুৱাই বিপদত পৰা—মই চন্দনবাৰী সত্ৰৰ ডেকা. এখেত দদাইদেৱ অধিকাৰ আৰু এইটি আমাৰ আলধৰা, গাৱঁৰ বৰমেধিয়ে তৎক্ষণাৎ ৰিঙ্গ মাৰি পাঁচ ছটা ডেকা ল'ৰা মাতি আনি নামঘৰ মণিকূট, আলহী-বহা সকলো সৰোৱাই মচাই নিজৰ ঘৰৰ পৰা চাউল সিধা টৌ, হেঁতা আনকি শুবলৈ ঢাৰিপাটী পৰ্য্যন্ত অনাই এক লহমতে যুগুত কৰি দিয়ালে।

পুৱায় উঠি মাত দিওঁ—"হে'ৰ আলধৰা — উত্তৰ পৰে "জগন্নাথ"—"স্নানৰ জল ?" "দিহা কৰি থোৱা আছে জগন্নাথ।" গা ধুই উঠি স্তৱ কৰুচেৰে গোটেই নামঘৰ প্ৰতিধ্বনিত কৰি দিওঁ। তেওঁ গায় "হৰে ৰাম—হৰে ৰাম × × × মই গাওঁ "'দুষ্টা ভাৰ্য্যা শঠং মিত্ৰং,' 'যঃ স্বভাবোহি যস্য', 'বুদ্ধিৰ্যস্য বলং তস্য'" ইত্যাদি দুই চাৰি শ্লোক দোৱাই দোৱাই; গোসাঁইমহন্তৰ আচৰণৰ এনে সুন্দৰ অভিনয় দেখি আমাক বিষয়া বুলি ধৰিবলৈ কাৰো সাধ্য ন'হল।

দুই-তিনি দিনমান থকাৰ পাচত ভাবিলো এই দহ-বাৰ টকাকে যথা লাভ বুলি ইমানতে ঘৰমুৱা হ'ব লগা হ'ল। নচেৎ দিনৰ লগে লগে বতাহত কাফুৰ উৰাদি আমাৰ কৌশল ফন্দি সোপাই উৰি যাব। কিন্তু যোৱাৰ আগতে পাৰিলে

আকৌ এটা বুদ্ধি উলিয়াই আৰু এদাওঁ মৰা যক। সেইদিনা পুৱা বৰমেধিৰ আগত "কালিলৈ পুৱা যাম" বুলি কোৱাত ইবেলালৈ গাওঁৰ ল'ৰা বুঢ় সকলোটি উবুৰি খাই পৰিলহি। আমিও আশীৰ্ব্বাদ কৰি সকলোকে বিদায়-নিৰ্ম্মালি দিলোহঁক।

শেষ ৰাতিলৈ কৃষ্ণা দশমীৰ জোন উঠাৰ লগে লগে আল ধৰাক ওচৰৰ বৰমেধিৰ কাষলৈ খেদা পঠালো। "প্ৰভু জগন্নাথে মাতিছে"—বোলা মাত্ৰকে ভক্তি পৰায়ণ মেধিয়ে টোপনি এৰি দোকামোকালিতে জোবোৰা মাৰিলে আৰু হাততে তামোল পাণৰ টোপোলা এটা লৈ আমাৰ ওচৰত উপস্থিত হ'লহি। ইফালে মই দদাইদেৱক বুদ্ধি-সন্ধি সকলো দি ঠিক কৰি থ'লো।

মেধিয়ে সেৱাৰ অন্তত সুধিলে। "জগন্নাথ, বন্দীক ইমান ততাতৈয়াকৈ মতালে বা কিয় ? অধিকাৰে মই শিকোৱা দৰেই গহীন গম্ভীৰ মাতেৰে ক'বলৈ ধৰিলে "এৰা মেধি, মহামায়াৰ আদেশ হ'ল কিবা এটা।' মেধিয়ে বৰকৈ চকু মেলি সুধিলে "জানো জগন্নাথ।" মই দুই আঠুৰ মাজত মূৰ সুমাই পেটে পেটে হাঁহিছো। বাজে কিন্তু দেখুৱাইছো যেন মোক টোপনিয়েহে আহুকাল কৰিছে। অধিকাৰে পুনৰ শিৱ দুৰ্গা স্মৰি ক'বলৈ ধৰিলে "এৰা মেধি, ক'বলৈ গ'লে পেটতে হাত-ভৰি লুকায়। মই আনকি আমাৰ ডেকাকে কোৱা নাই, শোৱাও নাই তেতিয়াৰে পৰা ; সৌৱা চাকি জ্বলিয়েই আছে। এটি স্বপ্ন দেখিলো।" মই হামি এটাৰ অন্তত উচ্চাৰণ কৰিলো "শুভমস্তু, শুভমস্তু।" অধিকাৰে কৈ গ'ল "দেখিলো



এই গাওঁখনত হেনো হাইজা লাগিছে। দুৰ্গা দুৰ্গা !! ঘৰে ঘৰে হেনো কুকুৰৰ ভুকনি, কাউৰীৰ ৰমলিয়নি, নৰিয়াৰ আটাহ।" মেধি "মহাপুৰুষ গুৰু, মহাপুৰুষ গুৰু" স্মৰি সেই পোনেই মৌন হ'ল। "পিচে হেনো তোমাৰ ঘৰত ( যেন নহক ) আলৈ বিলৈ আটাইতকৈ বেচি। মৰা কঢ়িয়াবলৈ হেনো মানুহৰ নামে গুড়ি পৰুৱা এটাও নাই। গৰু গাড়ীতহে হেনো ভৰাই নিছে ? নি হেনো পূবফালে কি এতিয়া পশ্চিম ফালেই— আছেনে বাৰু তেনে ফালেই পুখুৰী এটা ?" মেধিয়ে ভয়ে ভয়ে অত্ৰাহি হৈ উত্তৰ দিলে "হয় জগন্নাথ, আছে চৰকাৰী পুখুৰী এটা, পূব ফালে।' অধিকাৰে "ওঁ" বুলি কৈ গ'ল "পিচে হেনো শ-বোৰ নি তাতে গেৰাই গেৰাই পেলাই দিছেগৈ। কাউৰী শগুণে হেনো" নৌ কওঁতেই মই গাটো জিকাৰি "দুৰ্গা দুৰ্গা" স্মৰণ কৰিলো। "হেনো পৰি পৰি থাইছে। তেনেতে হেনো এই নামঘৰত ডবা-কাঁহ বজা শুনি মই সত্ৰৰ পৰা ( আমাৰ সত্ৰ হেনো ওচৰতে ) ল'ৰি আহিছো। তোমাক হেনো বাটতে পাই টানি আনিছো। তুমি নাহা একো পধ্যে, মই কিন্তু নেৰিলো, তেনেতে হেনো হাতত প্ৰসাদৰ চৰু এটা লৈ এগৰাকী দেৱী এই মণিকুটৰ পৰা ওলাই আহি মোক কৈছে—"কিয় তাক (অৰ্থাৎ তোমাক) ধৰি আনিলি? সি বাৰু মোক নেমানে নেমানক। মই তুলিম তাৰ পোটক।' মই হেনো কান্দি কাটি ক'লত 'বাৰু তোৰগুণে সাৰিল— বুলি চৰুটো মোৰ হাতত দিছে এনেতে হেনো গাওঁত ঘৰে

ঘৰে উৰুলি আৰু হৈধ্বনি শুনি—হঠাতে সাৰ পালো। আমি এতিয়া যাওঁ মেধি, তোমাৰ ওপৰত আমাৰ পুত্ৰাধিক স্নেহ গুণে কৈ গ'লো; জৰুৰ তোমালোকে দহ বন কাতি কৰি পূজা এভাগ আজি কালিতে কৰোৱাঁ।"

"জগন্নাথ, আমাৰ যে নিয়ম নাই" বুলি মেধি নিমাত হ'ল। মই "শ্ৰীবিষ্ণু" স্মৰিলো। অধিকাৰে আকৌ মিহিকৈ মাত লগাই ক'লে "মেধি, নেপায় তেনে কথা ক'ব। যি কৃষ্ণ তেৱেঁই কালো; কৃষ্ণ অৰ্থাৎ কৃষ্‌+ণ—কৃষ্‌ মানেই পৃথিবী অৰ্থাৎ মাইকী। তুমি সেইবোৰ নেগাবা। নহ'লে তিনিকুৰি ঘৰক যে বধিবাই ল'ৰাপোৱালী সোপাকো × গুৰুজন! গুৰুজন!" মেধিয়ে ভয়ত থৰহৰি কঁপি ক'লে—"তেন্তে জগন্নাথ, আজি থক। মই পুৰোহিত বাপুকে আৰু দুই চাৰি জনকে মাতি আনো। পূজা হ'লে জগন্নাথেই কৰিব লাগিব আমাৰ ইয়াত জনা বাপু নাই; আছে যদিও নকৰে।"

আমি সেইদিনা ৰ'লো। তুপৰীয়া গাঁৱৰ বুঢ়ামেঠা সকলো আহি স্বপ্নৰ বৃত্তান্ত শুনি পাচৰ শনিবাৰলৈ পূজাৰ আয়োজন কৰিলে। পুৰোহিত যিটি নিচেই হোজা, বামুণীয়া বিদ্যাৰফালে আমাৰে নিচিনা। মাত্ৰ ত-ভ কৰি কথমপি পানী শৰাধটি থয়। গতিকে পূজাৰ দিনা বিধিপাঠকৰ অভাৱত ময়ে মোৰে দদাইদেউৰে জেপৰ চাৰ্টিফিকেটসোপা উলিয়াই, লুটিয়াই জাপি ওপৰত ঢকুৱা তুছটাৰ বেটীপাট তুটা দি সেন্দূৰৰ ছিটিকনিৰে মানী কৰি ল'লো। কাৰো মনত আমাৰ প্ৰতি সন্দেহ নুপজিল। মন্ত্ৰ মাত্ৰ আমাৰ মুখৰ ভিতৰতে যি ফুটিল। বাজত ওলাল মাত্ৰ—ক্লীং—খ্ৰীং—গ্ৰীং আদি মাত কেইটাহে। বলি দিয়া পাঠাটোৰ এভাগ মনে মনে সেই পুৰোহিতটিক দি পঠাই বাকীৰে আমি দবনিকৈ তুসাজ খালোহঁক। পূজাৰ পাচদিনা তৃতীয়টিৰ কান্ধতে কাপোৰ-কানিৰ একনীয়া ভাৰথন দি আমি, তুই গোসাঁই—ঘৰমুৱা হলোহঁক।

"অবিঘ্নং কুৰু মে নিতাম্।"



## পঞ্চম অধ্যায়

আঁঠ-ন মাইল বাট খচকি আহি সন্ধ্যা ভগাত ৰেলত উঠা মাত্ৰকে এলাহে ভাগৰে সাৰটি ধৰিলেহি। দীঘল বগী গাড়ীখনত আন কোনো নাই, মাত্ৰ আমি তিনিহে যি। মোক পৰীয়া ৰাখি তেওঁলোক শুই পৰিল। খন্তেক পাচতে তেওঁলোকৰ নাকত কুম্ভকৰ্ণৰ হুঙ্কাৰ অহা-যোৱা কৰিবলৈ ধৰিলে। বাটে বাটে বস্তুৰ ভগাবটা কেনেকৈ হ'ব তাৰ কথা হৈ একো পাৰ নেপাইছিলো। "শাৰী চাদৰৰ" মোৰ যেনে 'দৰকাৰ' তেওঁলোকৰো তেনেকুৱাই। অসমীয়াই যে লাভ কৰিব পাৰিলেও তাক বাটি খাব নোৱাৰে ই যেন অতি সচা। এনেতে শুনো ৰেলখনেও যেন কৈছে "যত বুধি তত পইচা, যত বুধি তত পইচা।" ভাবিলো ই স্বৰ্গীয় আদেশ হে। বাৰু চাওঁ ম'হৰ শিঙত ককিলা ডাঁৰে কিবা কৰিব পাৰেনে নোৱাৰে

এনেতে মই বাজলৈ তিনিওৰো লাখুটি তিনডাল পেলাই দি টোপোলাটো নি পায়খানাটোত ভৰাই থৈ তেওঁলোকৰ ওচৰতে বেঞ্চখনত দীঘল দি টোপনিৰ ভাও জুৰিলো। চেলেং ষ্টেচন মান পাইছোহি, এনেতে ডুয়ো সাৰ পাই বহি ধপাত খাবলৈ চিলিম উলিয়াবলৈ বুলি টোপোলা বিচাৰে কিন্তু নাই। এনি চালে, তেনি চালে টোপোলা আৰু নোলাল। কেইবা-আষাৰৰ মূৰত মই চকু মোহাৰি মোহাৰি গলগলীয়া মাতেৰে সুধিলো,—"কি হ'ল।"

"টোপোলাটো কি কৰিলা ?"

"কি টোপোলা ?"

"আমাৰ কাপোৰ-কানিৰ।"

"মই কি কৰিছো ?"

"এ ধেমালি কৰিছা কিয় ? কোৱাঁচোন ক'ত থৈছা।"

"সচাকৈয়ে নাইনে কি ?" বুলি মই য'ৰে টোপনি ত'তে এৰিলো। "চোৱাঁ আকৌ সঁচানে মিছা" মই গাড়ীখনত বস্তু বিচাৰি চ'লাত কৰিলো। শেষত লাখুটি কেইডালৰ বিচাৰ উলিয়ালো। লাখুটি কেইডাল নেদেখি তেওঁলোকে পেটেপেটে মোৰপ্ৰতি পোহা শেষ সন্দেহকণো এৰিলে। ভাবিলে কোনোবাই আমাৰ ছেগ বুজি সেই হাত মাৰিলে। সকলো সন্দেহ দূৰ হ'ল, থাকিল মাত্ৰ ভিতৰৰ উস্-আস্টো ; বস্তু নঘটিলো—ছমাহ তুলি চাপনীৰ বুকুত দিলো।



মৰিয়নিত ৰেল ৰোৱা মাত্ৰকে মই ক'লো "দদাইদেৱ, আপোনালোক ডুয়োজন যক টিকত লকগৈ, মই পাৰিলে চোৰটোৰ উৱাদিহ এটা উলিয়াওঁ।" কথামতেই তেওঁলোকে গৈ টিকত কিনিলে। মই ইফালে আন মানুহ নৌ সোমাওঁতেই টোপোলাটো উলিয়াই আনি শাৰী, চাদৰ, চুৰিয়া কেইখন ককালত মেৰিয়াই ল'লো আৰু ফণি-আৰ্চীজোৰ জেপত ভৰালো। ৰাতি ডুই মান বজাৰ ৰেল ; মানুহ তাকৰ। তেওঁলোক টিকত লৈ আহি আকৌ গাড়ীখনৰ বাজৰ পৰা মূৰ সুমাই মোক ক'লে, "পালানে কিবা গম ?" মই আত ত'ত বিচৰাৰ কথা কৈ মাত লগালো "নাই, ক'তো চাবলৈ বাকী নাই, আকৌ ইয়াতো চাইছোহি, নহ'লেযে যায় আৰু।"

"অ' বোপা বাৰু সেই পায়খানাটোত চকুফুৰাই আহোঁচোন" "অ' হয় যি নহয়" বুলি ময়ো বেগাই গৈ তাৰ ডুৱাৰখন মেলি নৌ ভিতৰলৈ চকু নিওঁতেই ঘপকৰে মুখ বিদৰাই ক'লো "থুই থুই দদাইদেৱ, বলক বলক, ৰাম ৰাম, ইয়ালৈ সোমালে যে পৰাচিত লাগিবই, ডুৱাৰখন চোৱা বাবেও সচ্ছেল্য স্নান ঘটিব—থুই থুই—গোটেই কলেৱৰ—থুই থুই—শ্ৰীবিষ্ণু !!"

যোৰহাট ৰেলত আৰু মই তেওঁলোকৰ ওচৰত নবহি একেবাৰেই চাৰিখনমান বেঞ্চৰ আঁতৰত বহিলো আৰু "তামোল ধপাত একোকে নেখাওঁ বুলি কৈ ঘনায় ঘনায় বাজলৈ পিক পেলাবলৈ লাগিলো। ঈশ্বৰীয়ে ভক্তক ৰক্ষা কৰিলে। মোৰ শকত ককালটোলৈ তেওঁলোকৰ চকু আৰু নগ'ল। ৰেলৰপৰা

নামিয়েই 'দৰকাৰ' আছে বুলি মই আনবাটে ঘৰলৈ খোজ ল'লো।

"বুদ্ধির্যস্য বলং তস্য"

## সামৰণি

শুবৰ সময়ত শ্ৰীমতীয়ে সহাস্যবদনে সুধিলে—"হয়নে সেইবোৰ কাপোৰ-কানি পালে ক'ৰ?"

মই গহানাই উত্তৰ দিলো—"মহামায়াই দিলে।"

"নিদিবই কিয়—আপুনি মহামায়াৰ দেহলাও নহয়?"

মই হাঁহি হাঁহি ক'লো "হওঁতে তুমি মহামায়াই যাৰ দেহ পাটত বহিলা তাৰ দেহত আৰু ক'ৰ মহামায়া সোমাব পাৰে?" শ্ৰীমতীৰ তেজটুপি যেন সিৰ্‌সিৰাবলৈ ধৰিলে। "আপোনাক আৰু কথা ক'বই নোৱৰা হ'লো। বাঘ বুলিলেও খায়, বাঘী বুলিলেও খায়।"

মই এইবাৰ গহীন হৈ উত্তৰ দিলো—"বুইছা, তোমালোক মহামায়া ঘৰত আছা দেখিয়েই আই মহামায়াই আমাৰ 'অপৰাধ সহস্ৰাণি'লৈ চকু মুদিছে।"

"আমাক খেদাই দিলেই দেখোন অপৰাধৰ হাত সাৰে।"

"ভাল কৈছা; তোমালোকক খেদাই দিলে নেদেখা মহামায়াৰ এচৰত আমাৰ নিচিনা ঘোৰ অপৰাধীৰ ওকালতি কৰিবলৈ পাম কাক?"



## অঙ্গ পূৰণ

"নিকিনিলা দাসী ভজিলোহো আসি
গীততে হুয়া দগধ।
কটাক্ষে কাটিলে বধ নালাগে কি
অস্ত্রে কাটিলেসে বধ॥"

( শঙ্কৰদেৱ )

গুণকান্ত মহন্ত শিৱসাগৰ জিলাৰ শিলাকুটি মৌজাৰ চপাবাৰী সত্ৰৰ অধিকাৰৰ বৰ পুতেক। নামে-গুণে পাঠে-প্ৰসঙ্গে ভাৱনায়-যাত্ৰায়, ছো-মুখা সজা-পৰায় সকলোতে গুণকান্ত ঢালী। ডেকা গোসাঁয়ে ভাও দিব বা গীত গাব বুলি শুনিলে ভাৱনাত মানুহ উবুৰিখাই পৰে; খোলত চাপৰ মাৰিলে বৰা ধানৰ আখৈ ফুটে, প্ৰসঙ্গত বহিলে তালৰ থেকেচনিত নামঘৰৰ কৰাকামী কঁপিবলৈ ধৰে।

শিষ্য-প্ৰশিষ্যৰ পৰা পোৱা ধনৰ উপৰিও ভাৱনা যাত্ৰাৰ পৰা পোৱা ধনেৰেই গুণকান্তই চপাবাৰী সত্ৰ গোটেইখন তম্‌গমীয়া কৰি তুলিলে। পদূলিমুখত হাঁতীয়ে মাউতে সৰকা টিংপাতৰ বাটচ'ৰা, চোতালৰ মূৰত পুবা পশ্চিমাকৈ পাচ খোটলীয়া নামঘৰ, তাৰ টুপতে লগাই ৰাঙলী চ'ৰা, মণিকুটত সাতখলপীয়া সিংহাসন, নামঘৰৰ বেৰত কেউকাষে হেঙুল

হাইতেলৰ ছবি আৰু ভিতৰত বাঁহৰ কাঠিৰ মুখা, টুপৰ কোঠাৰ মুখত দুফালে গৰুড় আৰু জটায়ু, মণিকুটৰ দুৱাৰমুখত জয়-বিজয়ে এনেকৈ হাঁহি আছে যে দেখা মাত্ৰকে দৰ্শকৰ মনত এটি গহীন অথচ পবিত্ৰ ভাব ওপজে আৰু তাৰ লগে লগে সেইবিলাকৰ বিশ্বকৰ্ম্মা বাপেক-পুতেকৰ শিল্পকাৰ্য্যত সিদ্ধ হস্ততাৰ নিখুত প্ৰমাণ দিয়ে।

অধিকাৰ গোসাঁয়ে বৰ আনন্দেৰে গুণী বৰপুতেকলৈ ছোৱালী বিয়া কৰাইছিল; কিন্তু কি হ'ব? শান্তিৰ দিনা আবেলিৰ পৰা গুণকান্তৰ মানত ঘৰ তিতা হ'ল। মনৰ আনন্দ ফুলিব খোজোতেই যেন স্থূৰপোকে তাৰ গুৰি কাটিলে। আগৰদৰেই ভাৱনা যাত্ৰা কৰি, জোৰা সধাই আজিও গুণ বাজে বাজে ফুৰে। যদিওবা তিথিয়ে মহোৎসৱে ঘৰলৈ আহে অতি বেচি দুদিন বা তিনদিন; তাৰ পাচত পৰৰ পো, পৰ ছোৱাদি বাজ হয়।

এইদৰে আজি দুমাহ গৈছে। তিৰোতাৰ মুখনো কেনেকুৱা তাক স্বপ্নত যদি ক'ব নোৱাৰো, কিন্তু দিঠকত গুণকান্তই দেখা নাই। কোনো বস্তু লগাহ'লে মাকক নাইবা মাহদিয়েকলৈ থকা মোমায়েকৰ জীয়েক, বিধৱা বিচিত্ৰাকহে খোজে। তিৰো-তাক যদি গুণকান্তই গাতিছিল বিয়াৰদিনা ৰাতি আৰু শান্তিৰ দিনা আবেলিহে। তাকো সেইদিনা, মাতৃ ভাষাৰে নহয় অনুস্বাৰ বিসৰ্গময় সংস্কৃতেৰেহে।



কি কাৰণতনো গুণই উলুৰ লগত বগৰি পুৰিছে, মদাৰৰ খঙত পাৰিজাতক এৰিছে, তাক মাক বাপেকে জনা নাই। দেৱেকে (পিতাকে) ভাবি ভাবি পাইছে যে সি গুণকান্তৰ স্বভাৱজাত লাজ। তেওঁলোকৰ ডেকা দিনতো শোৱনী ঘৰলৈ সোমোৱাটো প্ৰকাশ্যৰূপে গুপুত, নাইবা গুপুতৰূপে গুপুত কথা আছিল। সেইদেখি তেওঁলোকে ভাবিলে, ল'ৰামতীয়া গুণকান্তৰো সেইমতি থাকিব কেইকাল?

"আপুনি বয়স হৈলে বুদ্ধি হৈব ভাল"

গুণৰ কিন্তু এয়া লাজ নহয়—খঙেই। খঙো ডাল পাতত নহয়, মূলতে অৰ্থাৎ শহুৰেকৰ ওপৰত। শান্তিৰ দিনা শহুৰেকে নিজৰ সংহতি আৰু অতীত গৌৰৱৰ আলাপ কৰি অন্তত ক'লে যে, "মই গুৰি গোৰা চাই ছোৱালী দিয়া নাই; শিচ দুঘৰমান আছে, মাগি খাব নালাগে, এইবুলিহে দিছো। তেহেলৈ মোৰ ছোৱালীক মাৰকেই বা কাটকেই মই জোঁৱাইৰ ঘৰলৈ নেযাওঁ আৰু জোঁৱাইকো তাৰপৰা গ'লে মোৰ ভিতৰ মজিয়াত সুখুৱাওঁ।" বৰাই শুনি গুণয়ো পেটে পেটে ভাবিলে 'বাৰু মযো বিয়া কৰালো পত্নী বুলি নহয় বেটী বুলিহে।'

## দ্বিতীয় অধ্যায়

বহাগৰ ৰঙালি বিহুৰ আজি উৰুকা। গছ-লতাই নতুন পাতৰ সেউজীয়া সাজ পিন্ধিছে; গোলাপ, নাহৰ, কেতেকী, টগৰ, ভাটৌ, কপৌ আটাইবোৰেই ফুলেৰে ৰমক্‌জমক্ হৈ

লচ্‌পচ্‌ কৰি যেন শিপিনাহঁতক কৈছে, "বাইটিহঁত চা—আমাৰ কাপোৰ ওলাল, তহঁতৰবোৰহে এতিয়া বিহুচেৰা হ'ব।

পদ্মাৱতীৰ আজি উশাহ ল'বলৈ আজৰি নাই। ভাত খাবৰ বেলিকাহে যি হাতৰে দোৰপতিৰে এৰা-এৰি হৈছিল তাৰ পৰা আৰু নাই। আজি যে কাপোৰ নোলালে বিচিত্ৰাই "থুপৰী নবৌ" বুলি বাৰেবুৰি ঠাট্টামস্কৰা কৰিব। দুআঙ্গুলমান ব'লেই চুলা ৰাখিব পৰা হব। এনেতে পদ্মাৱতীয়ে তাঁতৰ পাটৰপৰা উঠি শলি এটা আনিবলৈ ভিতৰলৈ যাওঁতেই ওচৰতে শুইথকা ৰাঙলী গৰুজনীৰ "বুহু পোৱালীটোক কৈছে, "বুহু, তোৰ কাপোৰ ওলাব এতিয়া"। ভিতৰৰপৰা শাহুৱেকে মাত লগালে "হয় হয়!! হে'ৰ বুহু কচোন হেনে নিদিলে কিকৰিম তোমাক।" এই উত্তৰ যেন শাহুৱেকৰ পৰা নাপাই বুহুৰপৰাহে পদ্মাই পালে। উত্তৰ দিলে "নিদিলে মোক লথিয়াই দিবি দেই বুহু।"

অলপ পাচতে পদ্মা শলি আনি দুৱাৰমুখ পাইছেহি, এনেতে তাঁতৰফালে চকু দি দেখে যে, বুহুৱে জিভাৰে চেলেকি চেলেকি একাঙ্গুলমান তাঁতৰ দীঘ ছিঙ্গিলে। "বন্দী বাঘে নিয়া" বুলি লৰমাৰি গৈ তাক হেচোক মাৰি আঁতৰাই থ'লে। কিন্তু তাঁতলৈ চকু দি দুখে-বেজাৰে একোনাই হ'ল। অৱলাৰ দুৰ্ব্বল হিয়া এই বেজাৰতে পমি গ'ল; তোলোঠাত মূৰ দি নীৰৱে কান্দিবলৈ ধৰিলে।

ওচৰৰ ৰহৰহী বোলা আন্হীয়া মানুহ এগৰাকীয়ে আহি দেখে পদ্মাই কান্দিছে। কিয় কান্দিছে তেওঁৰ বুজিবলৈ বাকী নেথাকিল। তেওঁৰ এটা অভ্যাস আছিল সদায় ধেমেলীয়া কথা কোৱা। গতিকে ধেমালিৰে দুখ উৰাবৰ মনেৰে তেওঁ পদ্মাৰ পাচফালে থিয় হৈ গাবলৈ ধৰিলে—

"নাহৰ ফুলে নুশুৱায় মোকে হেৰ লাহৰি
টগৰ ফুলে নুশুৱায় মোক।
দৰা ঘৰত পৰিলো কিনো জগৰ কৰিলো
বৰডেকাই নেমাতে মোক॥"

হাঁহিবইনে কান্দিবই একো নিশ্চয় কৰিব নোৱাৰি পদ্মা উঠি ভিতৰলৈ বেগ দিলে। এনেতে নামঘৰ মচি আঁতাই বিচিত্ৰা ওলালহি। "কিহ'ল সাতোলানী?" "কি—হ'ব আপীআই! নবৌৱেকে কান্দিছে; দদাকলৈ মনত পৰি।"

"তুমি হ'বলা নিচুকাইছা?"

"ওঁ, মই নিনিচুকাম নিচুকাব কোনে?" এইবুলি জাত লগাই আকৌ তেওঁ গাবলৈ ধৰিলে—

"নেকান্দিবা গুণৱতী নকৰিবা শোক।
সত্যে সত্যে গুণৱতী এৰি নেযাওঁ তোক॥"

শেহত পদ্মাৰ মুখৰ পৰা দামুৰীয়ে তাঁত ছিঙাৰ কথা শুনি বৌৱেক নন্দেক দুয়ো লাগি-ভাগি তাঁতখন জোৰাই পেলালে। পদ্মায়ো সন্ধ্যাৰ আগে আগে কাটি উলিয়ালে।

গুণকান্ত সেইদিনা আহিল। গধূলি বাজঘৰৰ কোঠাতে গুণ বহি আছে। বিচিত্ৰা গৈ ক'লে—"দাদা এই কাপোৰৰ

ফুলটো ভাল হৈছেনে? পিটিকি পিটিকি চাই গুণই উত্তৰ দিলে—"হৈছে।"

"কিমান ভাল?"

"ভাল আৰু।"

"তেন্তে শলাগিছা।"

গুণই বুজিলে যে পদ্মাক শলগাৰ কথা কৈছে; মনে মনে থাকিল। বিচিত্ৰাই আকৌ সুধিলে "শলাগিছা"? "যা যা বান্দৰী" বিচিত্ৰা হাঁহি হাঁহি গুচি আহি শোৱনীঘৰ সোমাই পদ্মাক ক'লে "নবৌ তোমাৰ হাত শলাগিছে।"

"কোনে?"

"প্ৰভুদেৱেৰে আঁকৰী।"

"তুমি বৰ বেয়া মানুহ দেও।"

"কিয়?"

"কিয় দেখুৱাইছিলা?"

"তেহে তোমাক ঘৰশুৱা বুলি মাতিব।"

"বাৰু, আমাক নেলাগে বুলিব।"

"নহয় নবৌ তুমি যোৱাঁচোন, দদাক তামোল এখনকে দি আহাঁ।"

"লাজ লাগে" তললৈ মূৰ কৰিলে।

বিচিত্ৰাই ঠাইতে নবৌৱেকৰ ঠুতৰিটোত ধৰি পেংলাই কৈ ক'লে "নেলাগিবই কিয়? মোৰ আই পানীকেচুৱা, ওঠ চেপি চাওঁ।" টেপামাৰি দিবৰ উপক্ৰম কৰোতেই পদ্মা আছাড় মাৰি আঁতৰ হ'ল। বিচিত্ৰাই কিন্তু নেৰিলে আগভেটি ধৰি ক'লে "কোৱাঁ আজি তামোল দিবলৈ যাবানে?"



নিৰুত্তৰ।

"কোৱাঁ যাবানে?"

আন ফালে চাই পদ্মাই ক'লে "বাৰু তুমি যোৱাঁ।"

সকলো শুইছে, টোপনি কাৰো অহা নাই; বিচিত্ৰা আৰু পদ্মা বাকী। গুণৰ কোঠাত চাকি জ্বলি আছিল, বিচিত্ৰাৰ গুৰুতৰ শপতৰ মূৰত পদ্মা গৈ কোঠাত সোমাল। গুণই চমক খাই উঠাদি সুধিলে "কোন?" পদ্মাৰ আৰু ধৈৰ্য্য নৰ'ল। কঁপি কঁপি উভতি গুচি আহিল। বিচিত্ৰাই সুধিলে "কঁপিছা কিয়?"

"দাবি দিলে।"

"কি বুলি?"

"কোন বুলি।"

"আকৰী, ভেলেঙ্গী, ভোজখাতী, 'কোন' বুলিলে দাবি দিয়া হয়? যোৱাঁ এতিয়া গাৰুৰ চৰণতে সেৱা এটা কৰি শুই থাকাগৈ।"

বিহু গ'ল। বিহু নহয় এক স্বৰ্গৰ দেৱতাৰ পাৰিজাত বৃষ্টি। সেই পাৰিজাত শিৰত পৰাত কত নৰ-নাৰীৰ মন আনন্দত ভাহি গৈছিল, কি মোহন মন্ত্ৰত পৰি ভায়ে-ভায়ে বায়ে-ভনীয়ে পিতাই-পুত্ৰই, মিতিৰে-কুটুমে স্নেহৰ আদান-প্ৰদান কৰিছিল তাৰ কথা মনত পৰিলে মৰা বিহুও সঞ্জীবিত হৈ উঠে। অনেকে অনেক পালে কিন্তু বিহুৰ দিনা পদ্মাই পালে এখনি চকুলোৰ দোকোলটকা নৈ।

## তৃতীয় অধ্যায়

বহাগৰ কুৰিদিন যোৱাত আজি গুণৰ ঘৰত তিথি ভাৱনা। তিথিৰ বাবে দুপৰীয়া নাম-কীৰ্ত্তন, গায়ন-বায়ন, ওজাপালি সকলো গোৱা শেষ হ'ল ; গধূলিলৈ মাত্ৰ অভিমন্যু বধ ভাৱনা বাকী। ভাৱৰীয়া ল'ৰাহঁতৰ গাত আজি সাতদিনৰ পৰা উশাহ-স্মৃতি নাই ; কোনো ধনু-মুকুট, চোলা-ঘূৰী বিচাৰি বিতত, কোনো বচন আওৰাই বিতত, কোনো হয়তো খোল তাল বিচাৰি বা চোৱাই বিতত।

ভাৱনা চাবলৈ বৰ হেঁপাহ নাছিল যদিও বিচিত্ৰাৰ অনুৰোধ ৰাখিবলৈকে পদ্মা যাব লগাত পৰিল। মূৰত সোণালী পটীৰ পাগ আৰু কপালত সেন্দূৰৰ ফোটটিৰে ভূষিত হৈ গুণকান্তই যেতিয়া খোলৰ ছেৱে ছেৱে সূত্ৰধাৰৰ নাচ ধৰি ফৰিং ওফৰাদি উফৰিবলৈ ধৰিলে, সভা গোটেইখন জঁই পৰিল। যেন সাক্ষাৎ স্বৰ্গৰ নাচনী উৰ্ব্বশীহে পৃথিবীলৈ নামি আহিছে। হাতৰ মুদ্ৰা, নাচৰ লালিত্য আৰু কণ্ঠৰ 'কোকিলতা' দেখি পদ্মাই ভাবিলে ভাগ্যৰ বলতহে তেওঁ এইহেন স্বামী লাভ কৰিলে।

সূত্ৰধাৰৰ পাচত কৃষ্ণ, গোপী আদি আন আন ভাৱৰীয়া ওলাই কথোপকথনৰ আৰম্ভ কৰিলে আৰু মাজে মাজে দুই এটা চং ভাৱৰীয়া ওলাই দৰ্শকৰ মনত কৌতুক দিবলৈ লাগিল। এনেতে অভিমন্যুৰ কথাৰ আৰম্ভ হ'ল। কি দিব্য মূৰ্ত্তি! উত্তৰাৰ যোগ্য স্বামীয়েই ঠিক। প্ৰিয়াৰ পৰা বিদায় ল'বৰ কালত



যেতিয়া অভিমন্যুয়ে দুই হাতেৰে প্ৰণয়ীৰ কণ্ঠত ধৰি সতৃষ্ণ দৃষ্টিৰে গাবলৈ ধৰিলে—

"প্ৰিয়া মোৰ গুণৰ আধাৰ,

দুটি নয়নৰ মণি জুৰণি হিয়াৰ।

হৃদয়ৰ চন্দ্ৰহাৰ, জীৱনৰ চেনেহী লগৰী" ইত্যাদি ইত্যাদি।

পদ্মাৱতীয়ে আপোন পাহৰিলে, পাহৰিলে যে সেইটো ভাৱনাঘৰ, যে উত্তৰাবেশী ল'ৰাটো এটা ল'ৰাহে। ভাবিলে কোনোবা কুহকিনী আহি পদ্মাৰ হৃদয়ত সৰ্ব্বস্ব গ্ৰাহ কৰিব খুজিছে! ইমান সাহ তাইৰ? কিজানি সেই উত্তৰাক নাই তিৰস্কাৰেৰে, নতুবা প্ৰহাৰেৰে বুজাই দিলেহেতেন যে, সেই ধনত তাইৰ চুলি এডালিৰ মানো অধিকাৰ নাই। এনেতে বিচিত্ৰাই "নবৌ" বুলি মাত লগাই পদ্মাৰ লুপ্ত চেতনাক হঠাতে সজাগ কৰি দিলে।

এই অধ্যায় এইদৰেই গ'ল। আকৌ যেতিয়া অভিমন্যু বেহুৰ মাজত সোমাই 'প্ৰিয়া মোৰ কান্দা, লগে লগে কপালৰ জোন-বেলি যেন তিলক দুটিও মোহাৰি পেলোৱা" বুলি বিলাপ আৰম্ভ কৰিলে পদ্মাৱতীৰ ধৈৰ্য্য নৰ'ল, কেচুৱাৰ দৰে ওৰণীৰ আঁৰতে ফেকুৰি ফেকুৰি কান্দি ভিতৰ পালেগৈ।

ভাৱনাৰ পাচদিনা আবেলি—গুণ বহি আছে। এনেতে বিচিত্ৰা আহি তামোল এখন দিয়াৰ লগে লগে গুণক কলে "দাদা এইবেলিৰ পৰা আৰু এনে মৰা ভাও নলবা।"

"কিয় ?"

"তিৰোতা থকা মানুহে মৰা ভাও ল'ব নেপায়।"

গুণই হাঁহি হাঁহি ক'লে "ল'লে মৰে, নহয়নে ?"

"ৰাম দেও, পায়নে ক'ব ? নবৌ যে কান্দি কান্দি গুচি আহিল। আমিও তলমূৰ কৰিলো। নেপায় নেপায় ; নল'বা তেনে ভাও। মকৰা বেজৰ হতুৱাই পানী একলহ কটাই গাটোও লাগে ধোৱাঁহে।"

## ৪ৰ্থ অধ্যায়

প্ৰেম আৰু ভক্তিতকৈ লাজ অপমান যে অতি তুচ্ছ তাক এই কেইদিন পদ্মাৰ স্বামী পৰিচৰ্য্যাৰপৰাই বুজিব পাৰি। নয়নত নিদ্ৰা, উদৰত অন্ন, শৰীৰত ক্লান্তি ইয়াৰ একোৱেই ভাৱনাৰ দুদিনৰ পাচৰ পৰা, পদ্মাৰ নাই। কেতিয়াবা গুণই জ্বৰত প্ৰলাপ বকিলে বা মানুহে নৰিয়াৰ অৱস্থাৰ বিষয়ে কোৱাকুই কৰিলে অৱলাই উপায় নেদেখি শোৱনীঘৰৰ চুকত সোমাই কান্দিবলৈ ধৰে। শাহুৱেকে ননন্দেকে, ইমান বৰাই বুজাই কয়, কিন্তু সকলো খোলাকটিৰ তাল।

সাতদিনৰ পাচৰ পৰা ৰোগৰ লক্ষণ ভাললৈ আহিল। ৰোগীয়ে নিজে ক'লে যে, তেওঁৰ ওচৰত ৰাতি কোনো থাকিব নালাগে,প্ৰয়োজন হ'লে মাতিব। পদ্মাৰ কিন্তু মনে নসহিলে, সকলো শোৱাৰ পাচত নিজে গৈ নৰিয়াৰ ভৰিপথানত বহি



পৰ দিবলৈ ধৰিলে। ৰাতি দুইমান বজাত গুণই সাৰ পালে আৰু কিবা এটা কথাত চাকি জ্বলাবলৈ চেষ্টা কৰোতেই পদ্মাই ঘপকৰে উঠি "মই আছো" বুলি মাত দিলে আৰু লগে লগে চাকিগছ লগাই কোঠাটো পোহৰ কৰিলে। চাকি জ্বলিল কিন্তু খন্তেকলৈ কাৰো ক'তো মাত নাই—নিজম-জম। শেষত পদ্মাই মিহিকৈ মাত লগালে। "কি লাগে ?" গুণৰ হিয়াত হেজাৰ বিজাৰ অনুতাপৰ ঢৌৱে নাচিবলৈ ধৰিলে। কিন্তু কি কৰিব, কাৰগাত দোষ দিব ? ক'লে, "পানী এটোপা ক'ত পাওঁ।"

"আছে, মৰা পানীয়েই আছে" বুলি পদ্মাই ভিতৰৰ পৰা পানী লৈ আহিলগৈ। পানী খাই অতাই গুণই আকৌ কলে "বহি থকাৰ অৰ্থ কি ?"

উত্তৰ একো নপৰিল, কিন্তু চাকি নুমুৱাৰ লগে লগে গুণৰ মনত আকৌ অতীতৰ ভাৱনাই ঠাই ললে। শেষ ৰাতিলৈ গুণই গম পালে যে কাৰবাৰ মুখ এখন তেওঁৰ ভৰিত পৰি আছে। সেই নিদ্ৰিত চকুৰ পৰা বৈ অহা লোতকে যেন কাপোৰ ভেদি গুণৰ ভৰিত হিয়াৰ যাতনা নিবেদন কৰিছেহি। অৰুণৰ জেউতিয়ে বেৰৰ জলঙ্গাইদি গুণক চোৱাৰ লগে লগে যেন ক'লে, "সুপ্ৰভাত" গুণ, চাবা এই নতুন অধ্যায় কেনে অক্ষৰে অক্ষৰে মধুৰ।"

## পঞ্চম অধ্যায়

ৰাতিপুৱাই শাহু-শহুৰ দুয়ো সৰু জোয়েকৰ ঘৰলৈ বিয়া খাবলৈ গ'ল। ঘৰত মাত্ৰ বিচিত্ৰা, পদ্মা আৰু গুণকান্ত।

তেতিয়া জেঠ মাহৰ বেলি কাতি হওঁ হওঁ। গোটেই জগত যেন নিস্তব্ধ, মাত্র বিচিত্ৰাই সেই নিস্তব্ধতা জিনি বৰঘৰৰ পাটীৰ পৰা কীৰ্ত্তনৰ পদ মাতিছে। গুণও বাজত বহি নিমাত হৈ আছে। বিনা কামেৰে থাকিবলৈ অসুখ পাই পদ্মাই নতুনকৈ সাজিব খোজা বিচনীখনকে হাতত লৈ শোৱনীঘৰৰ মুখত বহিছেহি। এনেতে অকলশৰীয়া কুলি এটাই ভোমোৰা গছৰ পাতৰ আঁৰৰ পৰা বৈ বৈ মাতিছে "কুউ কুউ ;" সেই মাতত দিগ্‌দিগন্ত কপাৰ লগে লগে যেন যুৱক যুৱতীৰ হিয়া পমি গৈছে। পদ্মাৰ দিঙিৰ কাঠি কোচাই বেজীৰ লগে লগে জুন্নুক জুন্নুক কৰি যেন কুলিৰ গানত তালহে ধৰিছে।

ঠিক এই সময়তে গুণকান্ত পদ্মাৰ ওচৰত উপস্থিত। কি এটা অজান লাজত পৰি হাতৰ বিচনী হাততে ধৰি থাকি দুই আঠুৰ মাজত মূৰ দি পদ্মা ৰ'ল। গুণই ভুনভুনাই সুধিলে "মোৰ পাটীখন ক'লৈ গ'ল।"

তদৱস্থাত থাকিয়েই পদ্মাই কলে "ৰ'দত দিলো।"

"ইয়াত ( শোৱনী ঘৰত ) পাটী নাইনে ?"

"জানো আছে হ'ব পায়।"

"পায় যদি চাওঁচোন, ইয়াত শুব পাৰিনে ?" বুলি কাৰো উত্তৰলৈ অপেক্ষা নকৰি গুণ গৈ পাটীত পৰিলগৈ। বিচিত্ৰাৰ কাণত এই ভুন্‌ভুননি কেই আষাৰ পৰা মাত্রকে মনে মনে উঠি আহিল আৰু বাজ ঘৰত গুনক নেদেখি আঁতৰৰ পৰা পদ্মাক মাতি আনি চকুটিপ মাৰি সুধিলে—"কোন ?"



পদ্মা—"যাকে ভাবা"।

বিচিত্ৰা—"দেৱতাই পৃথিবীত ভৰি দিলেনে ?"

পদ্মা—"ওঁ"।

বিচিত্ৰা—"পাটী ৰ'দত দি ভাল গুণকে ধৰালা।"

পদ্মা—"নিজেহে শুইছে।"

বিচিত্ৰা—"তেন্তে যোৱাঁ, তামোল এখন দিয়াঁগৈ।"

পদ্মা—"নোৱাৰো দেও, থক।"

বিচিত্ৰা—লাজতে মৰিছা বাঘে নিয়তী, বাৰু নাকটো চুটি হ'লে হক ; মোৰে মূৰকে খোৱাঁ ; মই পুখুৰীলৈ যাওঁ।"

বিচিত্ৰা কথাৰ অন্ততে আঁতৰি পৰিল। পদ্মাও তামোল এখন লৈ গিৰিয়েকৰ গুৰিত থিয় হ'লগৈ। গুণই হাঁহি মাৰি সুধিলে, "কি দিবা ?"

"তামোল"

"খুৱাই দিলেহে খাম।"

"আজিনো ইমান ভাগ্য হ'লনে" বুলি তামোল মুখত দিয়াৰ লগে লগে পদ্মাৰ দুচকুৰে লোতকৰ ধাৰ বৈ আহিল। গুণৰ এই দৃশ্য সহ্য নহ'ল। সকলো অতীত নিষ্ঠুৰতা মনত পৰি তেওঁৰ চকু ঢুলঢুলীয়া পৰিল ; শেষত ক'লে "মোক ক্ষমা কৰাঁ, আজিহে মোৰ অঙ্গ পূৰ হ'ল।"

এনেতে বাজত খিতিং কৰা যেন শুনি পদ্মা চাঁৎকৰে চকু মোহাৰি মোহাৰি বাজ ওলাই আহিল। বিচিত্ৰাই পুখুৰীলৈ নগৈ বেৰৰ আঁৰৰপৰা সকলো কথা শুনি আছিল। পদ্মাক

অহা দেখি একো নজনা ভাও দেখুৱাই অথচ মুখ টিপি টিপি হাঁহি হাঁহি সুধিলে, "বোলো আজি হ'বলা অঙ্গপূৰ কৰিলা" লাজে হাঁহিয়ে বুদ্ধি ভ্ৰম হৈ পদ্মাই একো উত্তৰ বিচাৰি নেপালে—মাত্ৰ এটা চকু মুদি জিভাৰ আগটো উলিয়াই বিচিত্ৰাক সিঞাৰি সিঞাৰি শব্দ ফুটালে "লে—লে—লে—লে।"



# উদাসীন

"চঞ্চলং হি মনঃ কৃষ্ণ প্ৰমাথি বলবদ্দৃঢ়ম্।
তস্যাহং নিগ্ৰহং মন্যে বায়োৰিব সুদুষ্কৰং॥" গীতা।

সোণাপুৰ গাওঁৰ মিলতী বুঢ়ীৰ ল'ৰা দুটি। বৰটিৰ নাম হিৰণ আৰু সৰুটিৰ নাম ভোলোক। ওপজাৰ পাচতে ভোলোকৰ মৰিবলৈ মাত্ৰ চিপ্ এটাৰ বন আছিল দেখি মাকে "বেতনিত ঔ পৰিল বাসুদেৱায় নমঃ" কৰি ভোলোকক গৈথৈ সত্ৰলৈকে আগবঢ়ালে।

বুঢ়া ঢুকাওঁতে ভোলোকৰ বয়স পাঁচ বছৰৰ ওচৰা-উচৰি; থুনুক্-থানাক্কৈ কথমপি ক'ব পাৰিছিল "আই তই আকান্দিবি দেই; মই তোক নঙ্গাচোলা আনি দিম।" বুঢ়ীয়ে পোনা দুটিৰ মুখলৈকে চাই চাৰিবছৰ কাল উদং বুকু ভকুণকৈ পঠিয়ালে এনেতে চহৰ ফুৰিবলৈ অহা ৰাজমেধি বাপুৰ পৰা বতৰা আহিল যে, ভোলোকক সত্ৰলৈ পঠাব লাগে। জীৱনত যি এধান সুখৰ পোহৰ আছিল্ তাকো ডাৱৰে ঢাকিব খোজাত বুঢ়ীয়ে নিজে গৈ কিমান কাকুতি-মিনতি কৰি ৰাজমেধিক "আমাডিমা পোনাটি থৈ তাৰ হকে গৰু পোৱালী এসোপাকে নিয়ক" বুলি খাটিলে, কিন্তু বাজলৈ ওলোৱা হাঁতীদাত আৰু ভিতৰ নোসোমাল। পকামিঠৈ খাবলৈ পাই ভোলোকে আঠ-ন বছৰতে মাজুলীপৰীয়া হ'ল।

ভোলোকৰ গাত এতিয়া পূৰ্ব্বৰ চিনচাব নাই। মূৰত পাহকটা চুলি, কপালত সত্ৰীয়া ফোট, কানত লং কেৰু, ডিঙিত মৰাগুটীয়া মণি, গাত জালকাপোৰৰ চোলা, আঁতৰৰেপৰা জাকত জিলিকা।

ইফালে বুঢ়ীয়ে যথাসময়ত হিৰণলৈ গাৱঁৰে ছোৱালী এজনী বিয়া কৰাই আনিলে; কিন্তু বুঢ়ীৰ ফুটা কপাল, নৌ বছেৰেক পাৰ হওঁতেই পো-বোৱাৰী হালেই হাইজাত মৰি বুঢ়ীক সংসাৰৰ ধামখুমীয়াত পেলাই আজীৱন চকুপানী টুকিবলৈ এৰি থৈ গ'ল। এই জড় বুঢ়া বয়সত বুঢ়ীৰ মুখত পোতনি এটোপা কতিয়াবলৈকো মাণিকীত বাজে ওচৰ সম্বন্ধীয়া কোনো নাই। মাণিকী, বুঢ়ীৰ বোৱাৰীয়েকৰ ভনীয়েক। বুঢ়ীৰ পো-বোৱাৰীৰ দৰেই তাইৰো মাক বাপেক সেই হাইজাতে মৰিল। যিবা ককায়েক এটা আছিল সিও ধৰুৱাৰ ঠেকেচনিত সংসাৰখন তিতা পাই, এজন হাকীমৰ পিয়ন সোমাই দেশান্তৰি হ'ল।

## দ্বিতীয় অধ্যায়

সন্ধ্যা ভগাৰ অন্তত বুঢ়ীয়ে জুহালৰ কাষতে বহি ৰঙ্গালাও এছিটা কুটিছে। এনেতে মাণিকীয়ে ওলাই আহি ক'লে, "পাচলি কুটা যে কুটাইহে হ'ল, আই।" "কিয়" বুলি বুঢ়ী সেই হাতেৰেই মাণিকীৰ মুখলৈ চাই ৰ'ল।



"চাউলৰ নামেৰে খুদ্ এটাই নাই।"

হুমুনিয়াহ এটা ছড়াৰ অন্তত বুঢ়ীৰ মাত পৰিল, "বাৰু সেই ডুলিটোৰ মাজৰ মিৰি টেকেলিটোত চাই আহচোন; তাতে খুদ্ গোটাদিয়েক থাকিব পায়।" কথামতেই মাণিকীয়ে চাই আহি ক'লে, "হ'ব আই, গা ধোৱক।"

গা-পা ধুই বুঢ়ী গৈ আথলত সোমাল আৰু মাণিকীও জুহালৰ কাষতে বহি সূতা উঘাবলৈ লাগিল। খনদিয়েকমান তামোল খোৱা পৰৰ পাচত আথলৰ পৰা বুঢ়ীয়ে মাত লগালে, "আই ঔ, গা ধোৱাঁ, ভাত হ'ল।" মাণিকীয়ে লাহেকৈ উত্তৰ দিলে—"মোৰ ভোক নাই আই, নেখাওঁ।"

বুঢ়ী ওলাই আহিল "কি কৈছিলি?"

"এৰা আই ভোক নাই।"

"মই জানো জনা নাই তোৰ কথা? চাউল তাকৰ দেখি তই নিজে লঘোনে থাকি মোক ভাত খুৱাব খুজিছ—নহয়? তোক আগত থৈ মই সেইগাল ভাত খামনে বিহ খাম? মোৰে শপত গা ধো, গা ধো।" শপত পেলাব নোৱাৰি মাণিকীয়ে গা-পা ধুই মজিয়া পাই দেখে যে ভাতৰ সমানে দোজোখ তাইৰ পাতত আৰু এজোখহে বুঢ়ীৰ পাতত। দুখে বেজাৰে দুয়ো গালদিয়েক মাৰি চুৱামকা ধুই আহি আকৌ জুইশালৰ কাষত বহি তামোল খাবলৈ লাগিল। খন্তেক পৰ যোৱাৰ পাচত মাণিকী আৰু বুঢ়ীৰ আকৌ ঘৰুৱা কথা উজাৰ খালে।

মাণিকী—"আই, সৰু ভিনীহিয়েনো অহাৰ কথা কি ক'লে?"

মিলতী—"নক'বি আই, সেইবোৰ কথা ক'লে দুখহে লাগে। উদাসীন মানুহ হেনো বিষয়াৰ ঘৰলৈ আহিলে জগৰত পৰে। সিদিনা মোক চোতালতহে জলপান খাবলৈ দিলে।"

মাণিকী—"পাচে আপুনি ক'ত থাকিল।"

মিলতী—"সত্ৰৰ বাজ হৈ গাওঁ এখনত থাকিলোঁগৈ।"

মাণিকী—"জনমতী মাক ঘৰত সোমালেও ঘৰ অশুচি হয়নে?"

মিলতী—"হয়তো আই, আমি বোলোতে অনাচাৰী। কথাতে কয় বলিয়াৰ কাচুটি, বিষয়াৰ ভকতি।"

মাণিকী—"হ'লেইবা বিষয়া, তেও আপুনি মাক। মাকতকৈ শাস্ত্ৰ ডাঙৰ নহয়। মাকে জনম নিদিলে শাস্ত্ৰনো পঢ়িব কেনেকৈ? ভকত হোৱা নাই আই, সেইবোৰে পাপহে চপাইছে।"

মিলতী—"নেপায় তেনেকৈ ক'ব!"

মাণিকী—"পিচে তেওঁ নাহে হ'বলা।"

মিলতী—"চাইদিনমানলৈ আহিব হেনো; পৰহি—চ'থা-দিনালৈ।"

শেহত টোপনিয়ে চকুমুদাই নিবলৈ ধৰাত দুয়ো শুই থাকিলগৈ।

তিন দিনৰ পাচত এদিন আবেলি ভোলোক ওলালহি। প্ৰায় এডাঁৰমান বেলি মাকৰ লগত সুখ-দুখৰ কথা-বতৰা হোৱাৰ পিচত ভোলোকে ক'লে "আই ৰাধাশ্যামক চিন্তি, মই ইয়াত কেনেকৈ থাকিম? তুমি বেয়া নাপাবা, বিষয়া লোকৰ



ঘৰত থকাটো আমাৰ নিয়মৰ বহিৰ্ভূত কাম। মই গাওঁৰ নামঘৰতে থাকোগৈ। মণিকূটৰ কাষতে বহা এডোখৰ আছে, গতিকে চাউলকঠা সিজাবৰো সুবিধা হ'ব। বুঢ়ীৰ যেন কাতিমহায়া বেলি আনন্দ, কুঁৱলীত ঢাক খালে। কি কৰিব? ধৰ্ম্মই নেজানে আপোন পৰ। মাণিকীয়ে ভাবিলে "মিছাতে গোট ঘৰখন ৰঙা মাটিৰে ৰহণালো।"

ওৰে ৰাতিটো ভোকে লঘোনে ভোলোকক পৰি থকা দেখি বুঢ়ীৰ মনে নসলে। অৱশ্যে পুতেকৰ লগতে নিজেও তেওঁ চকুৰ তলনৈলে জাল নিয়া নাছিল। তথাপি মাকৰ মন; পুৱায় উঠি মাণিকীক ক'লে, "আই গাটো ধুই পানী একলহ লৈ যোৱা; ল'ৰাটো চাগৈ ভোকতে চেপেটা লাগিল। তুমি ঠাইখনি মোহাৰমাৰি থৈ আহাগৈ মই পাচতে সিধা এটি লৈ গৈছো। বুঢ়ীৰ কথামতেই মাণিকীয়ে গা-পা ধুই নামঘৰৰ টুপৰ খোটালিৰ এফালমান মছিছে, এনেতে ভোলোকৰ টোপনি ভাগিল। বহাৰ ভিতৰৰপৰা ওলাই আহি দেখে কোনোবা ছোৱালী এজনীয়ে ঠাই মছিছে। ততালিকে ভোলোকে মাত লগালে "তুমি ক'ৰ ছোৱালীহেঁ?" "ইয়াৰে" বুলি মাণিকী আকৌ ঠাই মছিবলৈ লাগিল। "বোলো নেমাতা কিয়, ক'ৰ ছোৱালী তুমি?" টিঙৰ নামঘৰে যেন ঝন্‌ঝনাই গল। তথাপি মাণিকীৰ আগৰ সেই মৃদু উত্তৰ "ইয়াৰেই"।

"অ'! তোমাক নাই কালি আমাৰ বুঢ়ীৰ ঘৰত দেখি-ছিলো—নহয় নে?"

"হয়"

"তুমি বিয়ৈ নে আবিয়ৈ"

উত্তৰ দিয়ক ছাৰি মাণিকীয়ে দুই আঠুৰ মাজত মূৰ সুমাই এহাতেৰে সোপাকানিটোহে লিৰিকিব-বিদাৰিবলৈ ধৰিলে।

ভোলোক সিমানতো ক্ষান্ত নহ'ল, আকৌ পেঘেনিয়াবলৈ ধৰিলে—"নোকোৱাঁ কিয় ? বিয়ৈ নে আবিয়ৈ ?"

উপায়ান্তৰ নেদেখি মাণিকীয়ে কোমল মাতেৰে উত্তৰ দিলে "পাচৰ বিধৰ নিচিনাই"। ভোলোকৰ উদাসীন ধৰ্ম্মত মলিৰ যেন ছিটিকনিহে পৰিল ; আৰু একো নকৈ হুটামুটাকৈ আদেশ দিলে "তেন্তে যদুৰাইক চিন্তি তুমি ঠাই মছিব নেলাগে ; মই নিজেই হাতফুৰাই ল'ম। বেয়া নেপাবা আকৌ ; আমি উদাস বৈষ্ণৱ নহওঁ, আমাৰ সদাচাৰেই এনে।"

"নেপাওঁ" বুলি মাণিকীয়ে কলহটো কাযত লৈ ঘৰৰ বাট ধৰিলে।

## তৃতীয় অধ্যায়।

বহাগৰ মাজ পৰ। সূৰ্য্যদেৱতাই যেন পৃথিবীৰ গালৈ ৰ'দ নপঠিয়াই থামোচা-খামোচে জুইৰ ফিৰিঙ্গতিহে ছটিয়াইছে। এই ভৰ দুপৰত সকলো নিস্তব্ধ—মাত্ৰ কেতেকীয়ে সূৰ্য্য দেৱতাক "অ' কেতেক, অ' কেতেক" বুলি, আৰু জহ কেতেক ( কিমান ) আছে তাকে শুধিছে। গাৱঁৰ এমূৰীয়া নামঘৰ এটাত বহি



থকা ভোলোকৰ হিয়াত এই নিস্তব্ধতা যিমানকৈ বাজিছে বোধকৰো ক'লীয়াপানীত মেলা অপৰাধীৰ মানতো সিমান নেবাজে।

বহি থাকি থাকি তিতামূৰীয়া লগাত হাত-ভৰি পোনাবৰ মনেৰে ভোলোক নামঘৰৰ বাজলৈ ওলাই গ'ল। বাজ ওলায়েই তেওঁৰ অকস্মাতে ওচৰৰ ৰাজহুৱা পুখুৰীটোত চকু পৰিল ; দেখে পুখুৰীপাৰৰ আঁহত জোপাৰ তলত বহি ল'ৰা-ছোৱালী এহালে ইমান কথাত মজি পৰিছে যে সেইহেন জুইসদৃশ ৰ'দলৈ সিহঁতৰ কেৰেপ নাই। ভালকৈ চকু পাৰিবলৈ লাগিল। ভোলোকে ভাবিলে 'কথানো ইমান গোপনীয়নে ?' আকৌ দেখে যে আঁহতৰ কুঁহি পাতবোৰে বতাহত নাচি নাচি যেন সিহঁতৰ গাত বিচনীহে মাৰিছে। যিহক পালে মানুহে ৰ'দ-বৰষুণলৈকো কাণ নকৰা হয়, সেই কথানো কি তাকে শুনিবলৈ ভোলোকৰ মনত লক্‌লকনি উঠিল। এখুজি দুখুজিকৈ জাতিবাঁহ জোপাৰ তলেদি গৈ ভোলোক সিহঁতৰ পাচফালে থকা জোপা এটাৰ আঁৰত থিয় হ'ল। চাই দেখে যে গাগৰী এটা পুখুৰীৰ মাজত উবুৰি হৈ সাঁতুৰি ফুৰিছে আৰু মাজে মাজে বতাহত তল ওপৰ কৰি ল'ৰা-ছোৱালী হালৰ কথাত যেন শলাগ দিছে "হয় হয়, নহয়নো কি ?"

সিহঁতৰ কথাবোৰত হ'লে একো লাগ-বান্ধ নাছিল ; আগ আছে গুৰি নাই ; ইফালে ফুলে পাতে ৰমক্ জমক্। নাই ভক্তি, নাই পৰমাৰ্থ, নাই "মহাভাৰতৰ কথা সম্যকে অমৃত"।

নাই "শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙ্গি দিয়া হৰি নাম ৰস" অথচ "দুখানি কৰ্ণত যেন বৰিষে অমৃত"। ছোৱালী জনীৰ বঙ্কিম দৃষ্টি আৰু ল'ৰাটোৰ অৰ্দ্ধনিমীলিত চকু জুৰিলৈ আৰু দুয়োটিৰে মুখৰ এলেহুৱা হাঁহিলৈ মন কৰিলে এনেহে লাগে যেন কোনোবা কালিন্দীৰ পাৰতহে ৰাধাই শ্যামক কৈছে—"ছোড়ে দে গাগৰী মেৰি ছোড়ে দে কানহাঁই ৰে"। পেটত মৰম আৰু মুখত 'গৰম' ভাব দেখুৱাই ছোৱালীজনীয়ে কৈছে "কি চুপটি কৰাহেঁ, দিয়াঁ আনি কলহটো।" ল'ৰাটোৱে ঠিক তেনে ঠেও-ঠমকৰে উত্তৰ দিছে "কি চুপটি কৰাহেঁ—কোৱাঁ—বিয়া কাহানিকৈ।"

"নকওঁ" মুখ ওফন্দাই ৰ'ল।

"নিদিওঁ" খোজদেক আঁতৰি গ'ল।

সচাকৈয়ে গ'ল বুলি ভাবি ছোৱালীজনীৰ উত্তৰ পৰিল, "বাৰু বাৰু কম," ল'ৰাটোৱেও উভতি আহি ক'লে "কলহ আনিও চিকুণচাম মুখৰ আগতে থ'ম।"

"বাৰু আগধৰি কোৱাঁ তোমাৰ—কাহানিকৈ?"

ল'ৰাটোৱে মুখ টিপি টিপি উত্তৰ দিলে "আমি উদাসীন"।

উদাসীন শব্দটোৰ গাত কি মৌ আছিল ক'ব নোৱাৰি; শুনা মাত্ৰকে ছোৱালীজনীৰ মুখ হাঁহিয়ে নধৰা হ'ল; ক'লে "এনেহে সুখ উদাসীনৰ, বাকী আছে কি? ওচৰতে ফুলনি থাকোতে মৰিশালিত জুৰ ল'বলৈ যোৱাটো সুখেই নহ'ব কিয়? সেইটো ভোলোক ভকতলৈকেনো নেচাবা কি? ধান বান বৰলা—পেঙ্গুচ—পেঙ্গুচ, পানী আন বৰলা পেঙ্গুচ—পেঙ্গুচ।"



"তেওবুলি ভাতে ভোক গুচা নাইনে ভকতৰ?"

মুখ ঘূৰাই ছোৱালীজনীয়ে মাত দিলে, "গুচক নুগুচক দেহৰ ভোক।" এনেতে হাতেপতি পদুমপাত একোটা লৈ পুখুৰীত পানী খাবলৈ অহা গৰখীয়া ল'ৰা এজাকৰ হাই শুনি লৰালৰিকৈ জেং এডালেৰে গাগৰীটো হাঁকুটিয়াই আনি ছোৱালী-জনীক দি ল'ৰাটো গুচি গ'ল আৰু তায়ো পানী ভৰাই ঘৰলৈ খোজ ল'লে। গৰখীয়াহঁতে মনৰ উলাহেৰে গৰুৰ পাল লৈ দিহা নাম গাই ঘূৰি গ'ল—

'ক'লীয়া ঐ,

কথাৰে নেমাৰা পুৰি।

মন পখী উৰি গ'ল,

সজাটি পৰি ৰ'ল,

উটি গ'ল কাষৰ গাগৰী॥

## চতুৰ্থ অধ্যায়

ওৰেদিন ওৰণি আঁৰত থকা "লাজুকী ন বোৱাৰীৰ মুখ যিদৰে চেগবুজি খন্তেকলৈ ওলায় সেইদৰে লেঠাৰি লগা বৰষুণৰ পাচত ভমককৰে ওলোৱা বহাগৰ বেলিৰ ঢাকোন-পকা যেন মুখখনি দেখি ঘৰৰ ঘৈণীহঁতে লৰালৰিকৈ জুইৰ ওপৰত ধানৰ থালী পাতিবলৈ যো-জা কৰিছে। এনেতে পুৱাৰ প্ৰসঙ্গৰ পিচত কিবা এটা ঘৰুৱা কথা সুধিবৰ মনেৰে ভোলোক

মাকৰ ওচৰলৈ ওলাই গ'ল। ঘৰপাই মানিকীৰ মুখৰপৰা জানিব পাৰিলে যে মাক ঘৰত নাই; জানত গা ধুবলৈ গ'ল। উলটিবলৈকে ধৰিছিল; কিন্তু মানিকীয়ে "আই পাবহি অলপতে—বহক" বুলি কোৱাত ভোলোকে ভাবিলে "আকৌ এবাৰ অহাতকৈ খন্তেক, বহি যোৱাই ভাল।" বহিবলৈ পিৰা এখন দিয়েই মানিকী নিজৰ কামত লাগিল। খন্তেকলৈ কাৰো ক'তো মাতবোল নাই—গোটেই ঘৰ নিজম-নিতাল। মানিকীৰ কুলাখনে মাত্ৰ যি নিস্তব্ধতা ভেদ কৰি চাউৎ চাউৎ শব্দ কৰিছে। নেচাওঁ বুলি থাকোতেও চকু পৰাত ভোলোকে দেখে মানিকীৰ কেতেকী বৰণীয়া মুখখন পৰিশ্ৰমত ঘামি এনেকৈ জিলিকিছে যেন হাইতালৰ ওপৰত বালিচন্দাৰ অভ্ৰহে। পছোৱা বতাহে যিদৰে বিলৰ এমূৰত খুন্দা দিয়া মাত্ৰকে আন মূৰটোত ঢৌৰ থৌকিবাথৌকি লাগে সেইদৰে মানিকীৰ ৰূপেও ভোলোকৰ চকুৰেদি সোমাই হিয়াত যেন থলকনি তুলি দিলে। ভোলোকে ভাবিলে "এয়েই মায়া; ইয়াতেই পৰি মহাদেৱে মোহিনীৰ ৰূপক, বিশ্বামিত্ৰই মেনকাৰ ৰূপক * * *

"তপ্ত সুৱৰ্ণৰ সম জ্বলে মহা নিৰুপম
ললিত বলিত হাত পাৱ।
চক্ষু কমলৰ পাসি মুখে মনোহৰ হাসি
সঘনে দৰশৈ কাম ভাৱ॥"

মানিকীৰ পৰিশ্ৰম দেখি ভোলোকৰ কোমল মন স্বভাৱতে দ্ৰৱি গ'ল। এযাৰ কোমল মাতেৰে যেন সেই দুখ পাতলাব।



কিন্তু তেনে মাতৰ লগৰ মাত পায় ক'ত? নিজে যেন সেই হাত দুখনৰ পৰা কুলাখন কাঢ়ি আনিব কিন্তু তাতো অনেক কিন্তু। এইদৰে খন্তেক আছে, এনেতে মানিকীৰ ডিঙিটোত হঠাৎ ভোলোকৰ চকু পৰিল—দেখে যেন ডিঙিটো অলপ শকত—আচৰিত হোৱাদি হৈ মাত লগালে, "চাওঁ চাওঁ আইটি, তোমাৰ ডিঙিটো চাওঁ।" মানিকীয়ে দেখুৱকছাৰি লাজত ডিঙিটো মেৰাইহে ধৰিলে। ভোলোকৰ মনে কিন্তু নসহিলে; আকৌ ক'লে, "চাওঁ চাওঁ ডিঙিটো তোমাৰ; লাজ কৰিছা কিয়? আমি জানো ককায়াৰ লগৰ ককায়া নহওঁ?" মুখেৰে একো নেমাতি মানিকীৰ ডিঙিৰ ৰিহাৰ মেৰটো অলপ ঢিলাই দি, পেটতে আচৰিত মানি "চিত্ৰৰ পুতলি" যেন হৈ ৰ'ল।

ভোলোক থিয় হ'ল আৰু মানিকীৰ ডিঙিত বাৰদেক আঙুলি ওলাই "ফট্‌ফটীয়াকৈ একো নেদেখি চাওঁবাকু অলপমান পোহৰলৈ আহাচোন" বুলি আকৌ পোহৰত হাত দি চালে।

"তোমাৰ ডিঙিটো বিষায়নে?"

"নিবিষায়।"

"অকণো নিবিষায়?"

"অকণো নিবিষায়।"

"তেন্তে এইকণ শকত কিয়? এইকণ, এইকণ।"

"কিবা হেনো পাৰ ডিঙীয়া।"

বৰ জ্ঞানী বেজৰ দৰে ভোলোকে গহীন হৈ মূৰেৰে ডোপ মাৰি উত্তৰ দিলে "হয় হয় পাৰ ডিঙীয়া? মই চিনি নেপাওঁ?"

হাত এৰাৰ লগে লগে মাণিকী আকৌ কুলাৰ ওচৰত বহিলগৈ। মনতে কিন্তু তাইৰ ভয় সোমাল; ভাবিলে ভকতে নিশ্চয় কিবা জানে, সোধাই ভাল। শেষত মাত লগালে—

"কিনো ই?"

"কৈছে নহয় বেজে পাৰ ডিঙীয়া" বুলি ভোলোক নিজৰ বিদ্যাৰ মূল্য বঢ়াই মৌন হৈ ৰ'ল।

"বাৰু আপুনিনো কি কয়?"

"আমি কওঁ আন পাকৰ বুলি।"

"দৰব জানে যদি—দয়া কৰিব জানো?"

"বাৰু যদি বিচাৰি পাওঁ ক'ম, খাবলৈহে গুড় গাখীৰ ইত্যাদি ভালেমান বাৰেবাংকৰা লাগিব।"

এনেতে বুঢ়ী আহি ওলালত ভোলোকে মাকৰ লগত কথা-বতৰা হৈ গুচি আহিল। নামঘৰ পাবলৈ আৰু অলপ আছে, এনেতে হঠাৎ এটা উজুটি খাই উফৰি পৰি ভোলোকে লগে লগে যাদৱ, মাধৱ, ৰাধাশ্যাম আদি নাম স্মৰণ কৰিবলৈ ধৰিলে। তললৈ চাই দেখে তেজ দৰ্‌দৰ্ কৰে পৰিছে। ভোলোকৰ মনত আকৌ নানা চিন্তা খেলালে; ভাবিলে "এয়া মোৰ পাপৰ ফল। উদাসীনে স্ত্ৰী স্পৰ্শ কৰা দূৰৰ কথা, স্ত্ৰীৰ কথা ভবাও তেওঁৰ অমোঘ পাপ। এনে স্থলত মই তাইৰ গাত হাত দিলো; ই পাপ নহৈ কি? হে' যদুৰায়, হে' গোবিন্দ, দাসৰ অপৰাধ ক্ষমা কৰা প্ৰভু! বোলে—



"মধুমতী মায়া উন্মত্ত কৰায়া
বান্ধিয়া আছা জীৱক।
দূৰ কৰা মায়া চাপোহো তোমাৰ
চৰণ-ছত্ৰ নিকট॥"

## পঞ্চম অধ্যায়

আকাশত বেলি মাৰ যাওঁ যাওঁ। পৃথিবীৰ পৰা সূৰ্য্যৰ পোহৰ উধাই গৈ বাঁহৰ আগত জিক্‌মিক্ কৰিছে। ওচৰৰ জাতি বাঁহত পৰি নানা বিধৰ চৰাই-পোৱালীয়ে কিচিৰমিচিৰ আৰাও কৰিছে। বাঁহজোপাৰ ওচৰতে লঠা চোম এডাল আছিল। তাতে বহি নিয়তী চৰাইজনীয়ে চকু ঘোপাকৈ, কোদোৱা মুখেৰে কৈছে "নিউ নিউ"; তাকে শুনি যেন বাঁহ গছৰ মাইকী চৰাইবোৰে পুতেক-জায়েকহঁতক ভয় খুৱাই কৈছে "সেয়া নিয়তীয়ে কৈছে শুনচোন, পেনেৰা লৰাক ধৰিনিউ নিউ, শুইথাক শুইথাক; ধৰি নিব।" মাকহঁতৰ ভাবুকনিত যেন খন্তেকতে সোপাই নিতাল মাৰিলে।

সন্ধ্যা ভগাৰ পিচত লখালৰিকৈ প্ৰসঙ্গ আদায় কৰি ভোলোক বহা সোমালহি আৰু জজ্বলী ভাঙৰ আগ এটা লৈ পতা এখনত খুন্দিবলৈ লাগিল। খুন্দা আদায়কৰি অলপ পৰ চকুমুদি— বোধকৰো ঔষধৰ গুণ দেখুৱাবৰ বাবে ঈশ্বৰক মনতে ভাবিলে। এনেতে যেন নামঘৰত থকা ডবাটো গুৰুৰুম্‌কৈ অলপ কঁপিল। ভোলোকে ভাবিলে নিশ্চয় এই ঔষধৰ গুণ হ'ব—নহ'লে এইদৰে ৰতাহতে দেৱবাদ্য বাজিব কিয়?

ভবা-গুণা কৰি থাকোতেই মাণিকী নামঘৰ পালেহি। ভোলোকে হাঁহি হাঁহি মাত লগালে "আয়দেহি! অকলে আহিলা"। মাণিকীয়ে ক'লে "আয়ে পদূলিমুখলৈকে আগবঢ়াই থৈ গ'ল।"

বেচ্ বেচ্ চাওঁ গাখীৰ গুড় দিয়াঁ আৰু বেলিকৈ থকাৰ সকাম নাই বুলি বৰকৈ চিঞৰি মাতিলে "ৰাধে কৃষ্ণ, ৰাধে কৃষ্ণ।" আকৌ যেন ডবাটো বতাহতে বাজি উঠিল—গুম, গুম—গুকুকুম্।

ভোলোকে এইবাৰ বহাৰ বাজ হৈ গৈ নামঘৰৰ টুপত কিবা ঘূৰিপকি চাই লৈ শেষত গুণ্ গুণ্ কৈ গাবলৈ ধৰিলে—

* * * * * * * *
* * * *।

'হৃদি স্থিত হুয়া তুমি যেন কৰাইবাহা স্বামী
হৃষীকেশ কৰিবো তেনয় ॥'

তোমাৰেই দিয়া এই ভোক-পিয়াহ,—তোমাৰেই দিয়া ভাত-পানী; প্ৰভু, যদি সংসাৰ একো পাপ নহয় এই দাসক এটি চিন দেখুউৱা। থন্তেক সময় থাকি মূৰ দাঙি চাই দেখে যে জ্বলি থকা চাকিগছ ইতিমধ্যতে নুমাই পৰিল। ভোলোকে ভাবিলে, নিশ্চয় ঈশ্বৰে চকুমেলি চাইছে; উঠি আহিল।

ভোলোক আহিয়েই জুহালৰ কাষত বহি মাণিকীৰ লগত দীঘলীয়া কথা পাতিবৰ সূত্ৰ উলিয়াবলৈ ধৰিলে। মাণিকীয়ে



কিন্তু আন কথাৰ উত্তৰ নিদি ঘনায় ঘনায় "দৰৱ দিয়ক, মই খাই শুচি যাওঁ" বুলিহে যি কয়।

"দৰৱ পাচেও খাবা, মোৰ কথাৰ উত্তৰ দিয়াঁচোন।"

"মই যাওঁ।"

"ক'লৈ?"

"ঘৰলৈ।"

"ৰাতি আন্ধাৰ নহয়?"

"হক মই পাৰিম।"

"মোৰ মনে যে নসয়"—আকৌ বৰকৈ মাত লগালে "ৰাধে কৃষ্ণ"।

"মই উঠিলো তেন্তে" এইবুলি উঠিব খোজোতেই ভোলোকে হাতত ধৰি অনুনয় সুৰত ক'লে, "মোৰে শপত বহাঁ, মই মানৰাজী বঙাল নহওঁ।"

"দিয়ক তেন্তে দৰৱ, আন কথাৰ সকাম নাই।"

ভোলোক উঠি গৈ সিখোটালিৰ পৰা দৰৱ অলপ আনি ক'লে, "নুমুঙ্গিবা একেসোঁহাই খাই থোৱাঁ।" নাকৰ ওচৰলৈ বাটিটো নিয়েই মাণিকায়ে "থুই থুই—এইবোৰ ভাং, মই নোৱাৰো খাব" বুলি মাটিত থৈ দিলে। ভোলোকে "গাখীৰহে, দধবহে, গুড়হে" বুলি কত বুজালে তাই আৰু "নেখাওঁ" বুলি ক'লে যে ক'লেই। "বাৰু যি হ'ল হ'ল, মই কালিলৈ আৰু আন এবিধ ঔষধ বিচাৰি দিম, আজি তুমি ৰাতিখন অকলে যাব নেলাগে, ইয়াতে পৰি থাকা। ভোলোকে

মাণিকীৰ হাতত ধৰা মাত্ৰকে তাই খঙাল বাঘিনীৰ দৰে চকু পকাই থৰথৰি কঁপি উত্তৰ দিলে, "হাত এৰ বুলিছো—নহ'লে—"। যিমানদূৰ আহিল, সিমানদূৰৰ পৰা উলটি যোৱা সঙ্কটজনক ভাবি ভোলোকেও তাইৰ হাত এৰক ছাৰি বলহে প্ৰয়োগ কৰিলে। তাইৰ মুখৰপৰা "মৰিলো ঐ" চিঞৰ ছুটাহে ওলাল লবোৰাম আৰু দেহবৰ হালেই মণিকূটৰ পৰা ওলাই আহি ঘপ্ কৰে ভিতৰ সোমাল। মাণিকী ততালিকে এছাড় মাৰি উঠি "সৌটো সৌটো" বুলি বাকশক্তিহীনা হৈ এদাতিত কঁপি কঁপি থিয় হ'ল। ভোলোক পলাব খুজিছিল, এনেতে হালেই "এয়া উদাস ভকতৰ চিন ?" বুলি মুখেৰে বলকিবলৈ ধৰিলে

খন্তেক পাচতে সেই ৰাতিৰ ঘোপমৰা আন্ধাৰকো তুচ্ছজ্ঞান কৰি মাণিকী গৈ ঘৰ পালে। ভকতে ভয়ত বিধৱাৰ দৰে বিলাপ কৰিবলৈ ধৰিলে আৰু শেষত ছুয়োটাকে ৰূপ দহটক দি ৰক্ষা পালে।

লবোৰাম মাণিকীৰ পেহীয়েকৰ পুতেক। ভোলোকলৈ তাৰ সাঁচতীয়া খঙো আছিল। অহাৰ ছুদিনৰ পাচত সি ভোলোকৰ বহা সোমোৱাৰ বাবে ভোলোকে খঙত জ্বলি-পকি "অনাচাৰী, অৰীতীয়া" বুলি তাক বহুত গালি-শপনি পাৰি চৰুটো বাজলৈ দলিমাৰি পেলাই দিছিল। সিও তেতিয়াৰে পৰা ভকতৰ ছিদ্ৰ বিচাৰি আছিল।

কালি ৰাতিপুৱা বুঢ়ীয়ে লবোৰ মাকৰ আগত মাণিকীৰ বেমাৰৰ আৰু তাৰ দৰব খুৱাবৰ দিহাকৰা সকলো ভাঙি



পাতি কৈ "গুড় গাথীৰ" বিচৰাত তাৰ মনতে এটা সন্দেহ লাগিল আৰু ততালিকে গৈ মাণিকীক যালৈ জোৰোণ পিন্ধাই থৈছিল তাৰ সখিয়েক, দেহবৰৰ আগত সকলো বুজাই ক'লে। দেহবৰৰ মনতো সন্দেহ কম নহ'ল। গতিকে সন্ধ্যা ভগাৰ এড়াৰ মানৰ পাচতে ছুয়ো আহি মণিকূটত সোমাই থাপদি আছিল। ডবা বজোৱা আৰু চাকি মুমোৱা ছুয়োটা সিহঁতৰেই কাম আছিল। সিহঁত যোৱাৰ পাচত লাজে অপমানে ধিক্কাৰে বেজাৰে একো নাই হৈ ভোলোক ৰাতিপুৱাবলৈ বাট নেচাই গাৱঁৰ বাজ হ'ল। সেই আন্ধাৰ ৰাতি ভোলোকৰ মানত যেন একোৱেই নহয়, ভৰিটো যেন অপৰিসীম বল। আলি উঠিয়েই ভোলোকৰ মন হ'ল—কিজানি সিহঁতে পাচতে জিলালৈ গৈ টেলিগ্ৰাফ কৰি পঠাইছে। ইটো খুটাত কাণ দি শুনে—একো নাই—সিটো খুটাত কাণ দি শুনে—একো নাই। এইদৰে দহ বাৰটাৰ অন্তৰি প্ৰতিটো খুটাত কাণ দি গৈ গৈ নেৰ পাৰ পালে আৰু প্ৰথম খোৱাতে পাৰ হৈ সত্ৰ সোমায়েই ভোলোকে বাজ কৰাপাটিৰ পৰা গৰাকীৰ উদ্দেশে এটি দীঘল সেৱা জনালে।

## ষষ্ঠ অধ্যায়

গধূলি ভাত খাই উঠি শুবলৈ যাব খুজিছে ; এনেতে ৰাজৰ পৰা ডেকা ভকত এজনে মাত লগালে "আতৈ, শয়ন হ'লনে ?" "আহক আতৈ, শয়ন কৰা নাই, বহিহে আছো" বুলি ভোলোকে তেওঁক বহিবলৈ দিলে। "বোলো চাই আহোঁচোন তেৰা খীণাইনে চিকুণ হ'ল"।

কুশল মঙ্গলৰ অনেক কথা বতৰা হোৱাৰ পাচত ভোলোকে বৰ আগ্রহেৰে ভকতক খাটিলে, "আতৈ, ৰাম কাকতী খুড়াকক ক'ব যেন আমাৰ গাৱঁৰপৰা চিঠি আহিলেই ফিৰং পঠিয়ায়। লাগে ময়ে ধন ভৰিম।" "কিয় আতৈ ?"

যহুৰাই কৃষ্ণক চিন্তি কাৰণ একো নহয়, আমাৰ বুঢ়ায়ে এইবাৰ মিতিৰ-কুটুম সকলো চপাই—আমাক সংসাৰৰ ডোলগছ পিন্ধাব খুজিছিল। আমি উত্তৰ দি আহিলো যে গৰাকীৰ আজ্ঞা নহ'লে তেনে কাম কৰিব নোৱাৰো। পাচে ক'ৰ যাওঁ ? দিব লাগে এটা ফাকি দিলো আৰু গৰাকীতে বাগী দি এতিয়া যদি আপোনাৰ খুড়াকে চিঠিখনিৰ ওপৰতে "আমি এই চিঠি গ্রাহ্য নকৰো" বুলি লেখি দিয়ে তেন্তে দিনদেক আপোনাসৱৰ সঙ্গতে হৰি নাম গাই থাকিব পাৰো।"

ডেকা ভকতজনে উত্তৰ দিলে "সজ সজ, লেখি দিয়াব পৰা যাব। ই একো পুৰুষাৰ্থৰ কথা নহয় আতৈ ৰাম।"



এনেতে ৰাজৰ পৰা আৰু এযাৰ মাত পৰিল "ডেকা আতৈ ৰাম, আহিলনে ?" ভোলোকেও সম্ভ্রমেৰে উত্তৰ দিলে— "হয় ৰাম আহিলো।" ভকত সোমাই আহিল আৰু ভোলোকৰ মুখলৈ চাই হাঁহি এটি মাৰি মাত দিলে "আমি আকৌ বোলো ভড়ালী আতৈ কিজানি বিষয়াই হ'লগৈ।" ভোলোকে পেটতে সংশয়, কিন্তু মুখেৰে আনন্দ দেখুৱাই জাত ধৰি গাবলৈ লাগিল ঃ—

'বৈৰাগ্যত পৰে ভাগ্য নাহি প্রবোধত পৰে
স্থখ আৰ নাহি পুৰুষৰ।
হৰি বিনে পৰিত্রাণ কৰ্ত্তা আৰ নাহি জানা
ৰিপু নাহি সংসাৰত পৰ ॥'

শেষৰ চৰণ ঘোষাৰ নৌ ওৰ পৰোতেই ভোলোকৰ হালধি গাঁথি যেন মুখখনৰ বৰণ কেহৰাজ বটা যেন হ'ল। চকুৰ লো ধাৰেৰে ব'বলৈ ধৰিলে আৰু মাতৰো যেন পূৰ্ব্বৰ ঘৰ লৰিল। দুয়োজন ভকত আচৰিত হ'ল।

নৌ কেৰেঁ একো সোধোতেই ভোলোকে দুয়োজন ভকতৰ ভৰিৰ ওচৰত মূৰটো থৈ হুৰাওৱাৰে কান্দিবলৈ ধৰিলে।

বিবেক যি পুৰি খাইছে তাৰ মানত মিছা কথা ভাতৰ লগৰ পানী। কিন্তু বিবেকে যাক "অন্তৰ্যামী গুৰু" ৰূপে নিতে শিক্ষা দি আছে তেওঁৰ অন্তৰখনি এষাৰি মিছা কথাতে উৰ্ব্বলি যায়। ভোলোকৰো সেয়ে হ'ল।

শেহত ডেকা ভকত জনে সকলো কথা শুনি বেজাৰ পাতলাই উত্তৰ দিলে "আতৈ ৰাম, মধুমতী মায়া সাক্ষাৎ বাঘিনী। তেওঁ যেতিয়া সাক্ষাৎ মহাদেৱ আৰু বিশ্বামিত্ৰ আদিকে একো কামোৰ মাৰি থৈছে, আপোনাক আমাক পাই নিঘৃণী দেহেৰে এৰিবনে? এৰক, এৰক, বেজাৰ এৰক, সত্য বাক্যই পাপৰ পৰাচিত। সিমানতো যদি সন্দেহ আছে কালিলৈ মহাপ্ৰভুৰ আৰু গৰাকীৰ সেৱা-পদ জলতে সকলো দোষৰ হাত সাৰিব।"

বয়সীয়া জন ভকতেও তেওঁৰ কথাতে যোগ দি ক'লে "একো নাই আতৈ ৰাম, লাগে আমিও তোমোৰাৰ হৈ গৰাকীৰ ওচৰত ক্ষমা খুজিম। খুজিম হে খুজিম এটা কথা দঢ়াই দঢ়াই কৈ থওঁ তোমোৰাক,—ডেকা উদাসীন হৈ ছুঠাইত অকলশৰে নেথাকিব।"

ডেকা জনে প্ৰশ্ন কৰিলে "কোন কোন ছুঠাইত বা?"

উত্তৰ পৰিল "স্বৰ্গত আৰু গাৱঁৰ নাম ঘৰত। স্বৰ্গতো কাণ যায় উৰ্ব্বশী মেনকাৰ গীত-মাতলৈ আৰু গাৱঁতো কাণ যায় হেঁঃ হেঁঃ হেঁঃ × × আতৈ ৰাম, আপচু কথালৈ।"

# ভীমৰ ভাও

নাই নাই বুলিও আজি দহ বাৰ বছৰৰ আগৰ কথা। মই তেতিয়া গজলীয়া ডেকা।

আমাৰ গাৱঁত বুপা-ককাৰ পুৰুষৰ পৰা ভাৱনা-যাত্ৰা নাছিল। বছেৰেকৰ মূৰত তিথি আৰু বিহু কেইটাত বাদে ৰাইজে ন-চাউল লগোৱাতে কীৰ্ত্তন কেইপাতমান পঢ়াই নাম এটি দি থয়। সেয়েই নিঃকামভাৱে কৰা একেটি মাত্ৰ উছৱ ইফালে ওচৰ-কাষৰৰ গাওঁবিলাকত কিন্তু—বছৰি ছুটি ছুটি ভাৱনা আছেই।

এনেতে এক বৰিষত আমাৰ গাৱঁলৈ জয়থামদাং থাতৰ কাষৰ হেলচীভেটি সত্ৰৰ ডেকা অধিকাৰ প্ৰভু আহক। তেৰা এজন মহাপুৰুষীয়া নাট-ভাৱনাত অতি পাকৈত গোঁসাই। নামটো কিজানি বগা গোঁসাই। শুনিছো আজি ছুই কি তিনি বছৰৰ আগতে তেৰা হানি হ'ল।

পাচে গোঁসায়ে আহি আমাৰ ৰাইজক নানা ভাৱে বুজাই এটি গায়নৰ জোৰা সধালে। চাওঁতে চাওঁতে ছমাহৰ ভিতৰত ফলিবাজনাৰ পৰা ধৰি বৰধেমালি, ঘোষাধেমালি, ৰাগধেমালি-লৈকে জোৰাটি স্চক হৈ পৰিল।

এনেতে ডেকাহঁতৰ গা উঠিল। "মেলিলে মন ঘোৰাৰ চুটি" বুঢ়াসকলৰে বাইক্।

কথামতেই গোঁসাইজনক আৰু এমাহ ৰাখি এখন নাট দিহা কৰা হ'ল। গোঁসায়েও হৰিষাদ মনেৰে ভাৱনা শিকা-বলৈ গাত ল'লে।

তেতিয়াৰ দিনত নাট পোৱা ইমান উজুকথা নাছিল। যি জনে নাট লেখে তেওঁৰ হাতত থাকে নকল মুঠেই এটা। তাকে গুৱাপাণ এটি দি ভাৱনালৈ বুলি খুজি আনিব লাগে আকৌ ভাৱনাৰ পাচতো মাননী এটিৰে গৈ শোধাই দিব লাগে; নাটৰ আকৌ নকলো ৰাখিব নোৱাৰে; অৱশ্যে লেখোতা জনে অনুমতি দিলে সুকীয়া কথা।

আমাৰ জোৱাৰ ডেকাহঁতে বহুতো গাৱঁত বিচাৰি বিচাৰি আনিলেগৈ এখনি নাট। নাটখনি মহাভাৰতৰ। গীত-মাত তাৰ অঙ্কীয়া ঠাচৰ কিন্তু বচন-সূত্ৰবিলাক আমাৰ চলন্তি ভাষাৰ। আজিকালি সৰহ ভাগতে এনেকুৱা নাটৰেই ভাৱনা।

নাটকখনিৰ নাম "অভিমন্যু বধ"। ভাৱৰীয়া তাৰ একুৰি পোন্ধৰটা। আমাৰ গাৱঁত ভাৱৰীয়াও ওলাল সেই লেখতে। অকল ডেকাই হ'লে নহ'লহেতেন, পাচে জনদিয়েক আদহীয়ায়ো "ধৃতৰাষ্ট্ৰ", "দ্ৰোণ", "ভীষ্ম", "বিদুৰ"—এনে কেইটামান বয়-সীয়াৰ ভাৱ লোৱাত বঢ়িয়াকৈ জোৰা মৰি গ'ল।

কথামতেই বচন লেখা হ'ল আৰু ভাৱো বিলাই দিয়া হ'ল। তেতিয়াৰ দিনত (ঠায়ে ঠায়ে এতিয়াও) ভীমৰ ভাওটোলৈ বহুতৰে ধাউতি। আখৰা হ'বৰ দিনৰে পৰা গাৱঁৰ আনকি জীয়াৰী-বোৱাৰীয়েও সোধে "ভীমৰ ভাওটো লৈছে কোনে?"



বাৰু সেইবোৰ কথা থাওক। এই ভাৱনাত ভীমৰ ভাওটো পৰিল আমাৰ পেহীৰ পুতেক, গেৰজাই ককাইটিৰ হাতত। ককাইটিয়ে এক প্ৰকাৰে মোৰোকনি মাৰিয়েই ল'লে সেই ভাওটো। আনেও ভাবিলে গেৰ্জাই তেজে-পুঁজে, শকতে-আৱতে, মাতে খোজে এনেয়ে ভীম—তাতে যদি ভাৱনাত ভীম হয়, কৰিব এটা।

দুখৰ কথা—ককাইটিয়ে পঢ়িব নেজানে—ইফালে বচনো হ'ল তিনিকুৰি দহ কূট। যেই হওক ককাইটিয়ে মোকে সাৰথি কৰি বচনখিনি মুখত অহাম বুলি কৈ ভাওটো সামৰি থ'লে।

ইফালে গাৱঁত আনকি বুঢ়া মাহী-পেহী, জেঠাই-খুড়ীৰো মুখে মুখে ওলাবলৈ ধৰিলে "ভাৱনা অভিমইনু বধ—আৰু ভীম হ'ব আমাৰ গেৰজাই।"

গেৰজাই ককাইটিৰ সেই মাহ খাৱন-শোৱন নাই। যি কেইকূট বচন পাঠ লৈ লৈ আওৰায়, তাক আৰু, সেইদিনা নেৰেহে নেৰে। হাল বাওঁতে বচন, খৰাহি সাজোতে বচন, পাণ পাৰোতে বচন—মুঠতে সাৰে থকাৰ ভিতৰত ভাত-জলপান খাবলৈ যাওঁতে মাথোন অবচন; বাকী সকলোতে বচন, বচন—বচন।

সাজপাৰৰো দিহা ককাইটিৰ মনৰ পৰা সৰা নাছিল। ঘৈণীয়েক তেতিয়া ন ছোৱালী; ভাৱনাৰ মুঠেই কুৰিদিন আগতে ঘৰ সোমাইছেহি। ককাইটিয়ে এনেয়ে লৈছে ভীমৰ ভাও তাতে ঘৰত ন ছোৱালী—গতিকে ভাবি চালেহে পায় ককাইটি মাটিত, নে সৰগত?

ককাইটিয়ে মাটি বোৰে তিনিপূৰা। সৰু হ'লেও ভড়ালটিৰ ধানে পৰিয়ালটিক আৰণি-পুৰণিকৈ খাবলৈ জোৰে।

সেইদেখি ভালৰো ভাল সাজ বিচাৰি বিচাৰি ককাইটিয়ে লেথৰ ন মাইল বাট খচকি নগৰৰ "ভাৱনা ভণ্ডাৰ" নামৰ এখন সাজপাৰ ভেৰোণলৈ দিয়া, দোকানত সুধিলেগৈ। দোকানীও নাছিল উলামুলা। ককাইটিৰ কথাৰ সুৰ বুজি একেবাৰেই সৰব্ ন, কলিকতীয়া সাজ এটা দেখুৱাই দি তেওঁ ক'লে "শইকীয়া, এইটি সাজ কলিকতাৰ কুম্পানীয়ে আপোনালৈকে পঠিয়াই দিছে বুলি ধৰক। মইহে যি ছুইছো। আজিলৈকে কোনো মুনিগণে ইয়াত হাত দিয়া নাই। আনক হোৱাহ'লে ডেৰকুৰি টকাৰ তলে মৰিলেও নিদিওঁ। পাচে মাছ লাগে নে বিল লাগে? আপোনাক লাগে নে ধন লাগে? নিবহি আপুনি একুৰি পাঁচ টকাতে; কিন্তু এটি কথা: মই এই সাজৰ যাত্ৰা কৰাই নাই। গতিকে সাজ নিবলৈ আহোঁতেই ৰূপ দহটকিমানো যেন লৈ আহিব।"

ককাইটিয়েও সাজটো পিন্ধি বৰ দাপোণৰ ওচৰত গোঁফ মোহাৰি মোহাৰি সন্তোষত উভৈনদী হৈ উভতি ঘৰত থিত দিলেহি। আহোঁতে ন ছোৱালীলৈ বুলি তামোলৰ মছলাও আনিলে চপ্‌চপীয়া ছুজেপ।

ঘৰত পাচদিনা ন ছোৱালীৰে কথন-মথন কৰি দেখে ৰূপ আছে মুঠেই পাঁচ টকা। সেই পাঁচ টকা—ৰাইজৰ পঁচাকে আদি কৰি অগ্ৰং-বগ্ৰং ভগনতে ঢুকাব।



কি কৰোঁ কি নকৰোঁকৈ ৰাতি পুওৱা মাত্ৰকে ককাইটি গৈ ভূষণ তেলীয়াক মাতি আহিল। 'ভূষণ তেলী' বেপাৰী মানুহ। আমাৰ গাওঁৰ মূৰতে জয়ে জয়ে কেৰাচিন তেলৰ টিন এটা আৰু খাইতেল আঢ়েসেৰ লৈ দোকান পাতি বহি এতিয়া তেওঁ পোন্ধৰ পূৰা মাটিৰ গৰাকী আৰু গপচ্ গপচ্ দুখন দোকানৰ মহাজন।

কথামতেই পুৱালৈ বটুৱা ঘোৰা এটা লৈ 'ভূষণ তেলী' ককাইটিৰ ঘৰ ওলালহি। ককাইটিয়ে ভড়ালত উঠি সৰুসুৰা মেৰ এটাৰ বা বাথৰু এটাৰ ধান (কিজানি দুকুৰি পূৰা) নিজে বা-মাৰি ভূষণক থৈলাত ভৰাই দিলে। ভূষণে সিমানতো এফেৰা কাওঁবাওঁ কৰাত ককাইটিয়ে ভেকাহি মাৰি উত্তৰ দিলে "কি হেঁ মিতা, কেকাইছা কিয়? নিয়া, বেয়া পাইছা যদি সৌ আলুড়বাৰ পৰা এভেটি খানি; খোৱাঁগৈ এসাজ। মই, গেৰজাই সিমানলৈ চকু দিয়া বিধৰ মানুহ নহওঁ।"

এইদৰেই ধান বেচি, সাজ ভেৰোণলৈ আনি ককাইটি ভাৱনালৈ টপ্-তৈয়াৰ হ'ল। গধূলিলৈ ভাৱনা। ককাইটিয়ে ডাঙৰ ভাও লোৱাৰ বাবে দিনত বৰতীয়াকৈ খালে আৰু সাঁজ লগাৰ লগে লগে বৌক আগত লৈ ভাৱনা ৰভালৈ খোজ ল'লে। বৌৰ হাতত সাজৰ টোপোলাটো আৰু বাহিবলৈ লোৱা গোগোলৰ কঠটো—আৰু ককাইটিৰ কান্ধত ভীমৰ বৰ গদাডাল আৰু আনটো হাতত বাছকবনীয়া মুকুটটো। যেন ঘৰতে ভাৱনাৰ আৰম্ভ।

ৰভা পাই ককাইটিয়ে কঠটো পাৰি দি বৌক বহুৱাই সাজপাৰ, ধেনু গদাবোৰ গতাই থ'লে আৰু নিজে ৰাইজে দি থোৱা আন কামত ধৰিলেগৈ।

চাওঁতে চাওঁতে ৰভা ভৰি গ'ল আৰু ন-ছোৱালী, বৌজনীৰ ওচৰত, নিজৰ কি, আনৰ কি—ননদ-জা, ভতিজা জী, ভাগিনী থূপ খালে। ইফালে ৰাইজৰ গায়ন উঠিল।

ৰাইজক ন'কলেও হয় ন-ছোৱালী এজনী গাৱঁত সোমালে কতৰ আনন্দ, কতৰ ঘন ঘন সমাগম। ন-ছোৱালীৰো সেই-দৰেই তামোল-ধপাত, চাহপানী (জলপানো মানুহ বুজি) যোগাওঁতে কিমান ধেনু-জোৰ বটা যেন গাৰ ছুখ।

গায়নৰ মাজ ভাগ পাইছেগৈ, এনেতে ভাৱৰীয়া সকলৰ ছো-ঘৰ সোমাবৰ হ'ল। ককাইটিয়েও আহি বৌৰ ওচৰ পাই মাত লগালে "চাওঁ মোক তামোল এখনে সাজ-পাৰৰ টোপোলা-টোৱে দে। কথামতেই তামোল মুখত ভৰাই সাজ-পাৰ-গদা-হাতত লৈ, ককাইটিয়ে সুধিলে 'বিজুতি পাইছ নে কিবা কথাত?' কথাৰ লগে লগে মুখৰ পৰা পিক্ এঢেৰেকা ওলাই ককাইটিৰ খনীয়া কাপোৰখনতে পৰিল। খঙত গাৰ কাপোৰ-খন সোলোকাই বৌৰ আগলৈ দি ক'লে "হোঁ কি কৰ কৰ্; লাগে ইয়াকে শিতানত লৈ এফেৰা কাতি হ। সময়ত ইহঁতে জগাই দিব।"

এনেতে ওচৰত বহি থকা পাটগাভৰু ভাগিনীয়েক জনীয়ে হাঁহি হাঁহি মাত লগালে "আয়েদেহি, মোমাইটিৰ বুকু নহয়



মালভোগ কলৰ পচলা। মাইৰ মৰমত খাৰণি নিদিলেও জহে।" ককাইটিয়ে গোঁফৰ তলতে গুজুৰাই হাঁহি ছো-ঘৰৰ বাট ল'লে।

ঘোষা-ধেমালি থৈছে এনেতে দেখা গ'ল—মানুহৰ গুণে বিৰ দি সন্ধি পাবলৈ নাই। নতুনকৈ উঠা জোৰাৰ ভাৱনা চাবলৈ কাৰ মন নেযায়? তাতে আমাৰ গাৱঁৰ চাৰিওফালে কোৰৰ নাল ঘূৰাব নোৱৰা বসতিৰে, চাৰিখন বহ গাওঁ।

চাওঁতে চাওঁতে ভাৱৰীয়াই ভাও দিবলৈ বুলি থোৱা মাজৰ খোটালিটোৰো এফাল—মানুহেৰে ভৰি পৰিল।

এনেত ঘোষা-ধেমালি গোৱা ভাগৰ পলাবলৈ বুলি ডেকা অধিকাৰ প্ৰভু লাইখুটাৰ কাষত বহিলহি আৰু সিফালেও ৰাগ-ধেমালি গৈ সূত্ৰৰ বাজনা বাজিল আৰু লগতে উঠিল ৰাইজৰ হৈধনি আৰু আইসকলৰ দীঘলীয়া উৰুলিৰ জাঁউৰি।

এই হাই-উৰুমিত মাকৰ কোলাৰ কেচুৱায়ো সাৰ পালে আৰু চকুমেলি ৰভা-ঘৰৰ ই সি বস্তু এটালৈ চকু দি কল্‌কলাবলৈ ধৰিলে। ন-ছোৱালী কিন্তু ভাগৰত নিসাৰসাৰ। ওচৰৰ ছোৱালীহঁতে ছুই-তিনিবাৰো মাতিলে, গাতো হেঁচুকি দিলে, তথাপি সেই একে গতি, একে টোপনি।

কাৰ চকুৰ তৃপ্তিলৈ কোনে চায়? গতিকে শুলে শোৱক ভাল ভাৱৰীয়া ওলালে হেনেও উঠিব। ন-ছোৱালীৰ কাষত বহা আটাইবোৰ ছোৱালীৰ ভিতৰত এয়েই থিৰ হ'ল।

সিফালে সূত্ৰৰ পাচত ভাৱনাৰ আহি মতে কৃষ্ণ আৰু গোপসকলৰ নাচ, তাৰ পাচত দ্ৰৌপদী, কুন্তী, উত্তৰা আদিৰ নাচ আৰু তাৰ পাচত জাকৰুৱা ৰজাৰ নাচেৰে ভীষ্ম, দ্ৰোণ, কৰ্ণ আদি কৌৰৱৰ বীৰসকল ওলাল।

এইখিনিৰে পৰা ভাৱনা তমগমীয়া হ'বলৈ ধৰিলে। চোকা তেজৰ চাকিৰ পোহৰত ভাৱৰীয়াৰ গাৰ সাজবোৰ আৰু তাতোকৈ মূৰৰ মুকুট-কিৰীটিবোৰ, ভোটা তৰা জিলিকা দি জিলিকিবলৈ ধৰিলে।

সিফালে নাটৰ গুৰিৰ পৰা উঠি আহি সূত্ৰই সূচাই যোৱাৰ লগে লগে কৌৰৱৰ কথন-মথনৰ আৰম্ভ হ'ল। ৰাইজে ভবা নাছিল যে নতুন জোৰা এটাৰ ভাৱনা ইমান ভাল হ'ব। কাৰো চকুত টিপ্ এটা নাই, কাৰো মুখত এটি শুকান কাহ নাই, কাঁহ পৰি যেন জীণ গৈছে।

কৌৰৱৰ কথন-মথনৰ শেষ হোৱাৰ পাচতে দুনাই সূত্ৰধাৰৰ সূচনাৰ অন্তত পাণ্ডৱৰ প্ৰৱেশৰ গীত গোৱা হ'ল।

দূৰৰ ৰাইজে অৱশ্যে ক'ব নোৱাৰে কিন্তু গাৱঁৰ আৰু ওচৰৰ অনেক ৰাইজৰ মুখত গুণগুণকৈ কোৱা নতুন হৰিষাদৰ কথা শুনা গ'ল—'এইবাৰ হে এইবাৰ—গেৰজাই ভীম।'

গীতৰ অন্তত আঁৰ কাপোৰ ধৰা হ'ল আৰু আগৰ দৰেই ডবাত কোব পৰাৰ লগে লগে হৈধনি উৰুলিৰে ৰভাঘৰ যেন উৰি গ'ল।



ৰভাৰ মূৰতে সেৱা জনাই কাপোৰ গুচোৱাৰ লগেলগেই পাণ্ডৱসকলে চকুচালি ধৰি নাচৰ খোজ চলালে। ৰিদ্ধেই—ধেন্ তাওঁ তাতাথিতি—তাওঁ—তাওঁ তাওঁ তাতাথিতি ৰিদ্ধেই ধেন্।" উঠিল জাপমাৰি গেৰজাই ককাইটি, ভীমসেন বীৰ। যুধিষ্ঠিৰ, অৰ্জ্জুন, নকুল, সহদেৱ ক'ৰবাতে থাকিল, একেজাপেই উঠি গদা-ডাল ঘূৰাই ভীম আহি খোলাৰ মাজ পালে আৰু আগৰো আগৰটো হৈ খোজত পৃথিবী তলবলোৱাই পেলালে।

সদাশিৱৰ ঘৰত গৰু চৰোৱা', পকা জামু গছৰ ডাল জোকৰা, বিৰাটৰ ঘৰত ৰান্ধনিৰ কাম কৰা ভীম, অনেক ভাৱনাত দেখা হৈছিল, আজিহে কিন্তু ৰাইজে সই-মুখে দেখিবলৈ পাইছে সেই জয়দ্ৰথৰ মহাশত্ৰু, দুশাসনৰ বুকুফলা, পৱন দেৱতাৰ পুত্ৰ আচল ভীমক।

গেৰজাই ককাইটিয়ে বায়নে সেইদিনা যেন—

"কেহো বলে নুহি ক্ষীণ। যুজন্ত আঠাইশ দিন॥"

ভীমে নোৱাৰে বায়নক ভাগৰুৱাব, বায়নে নোৱাৰে ভীমক ভাগৰুৱাব। ৰাইজেও এই কথাত আনন্দ পাই কিৰিলিৰে ভীম ককাইটিক উলাহি দিবলৈ ধৰিলে।

ইফালে কালৈ কোনে চায়? এইহেন ভীমলৈ নেচাই কোনে কাক জগাবলৈ গৈ চকুৰে তৃপ্তিৰে এৰাএৰি ঘটায়? ন-ছোৱালী, বৌ সেইফালেই লালকাল। যেন

"অতি অচেতনে নিদ্ৰা গৈলা নন্দজায়া॥"

প্ৰথম পাকতে গেৰজাই ককাইটিয়ে বৌৰ ওচৰ পাই কেৰাহিকৈ চালে আৰু ভাগিনীয়েকক থোৰতে কৈ গ'ল—"জগাই দে, জগাই দে।"

দ্বিতীয় পাকতো সেই একে লালকাল অৱস্থাতে দেখি ককাইটিয়ে কৈ গ'ল—"হেচুকি নিদিয় কিয় ?"

আজলী ভাগিনীয়েকে জগোৱাহে নেলাগে কোনো পইধে বেট্-কুটকে কৰাৰ পৰা নাই। সেইদিনালৈ চালে—বৌ নহয় কুম্ভকৰ্ণ ৰাক্ষসৰ জীয়েক।

ককাইটিৰ তৃতীয় পাকৰ পৰা যেন নাচৰ তাল ভাগিছে—যেন সময়ত তেওঁৰ ফোঁচ্ফোচনি উঠিছে, যেন সময়ত গদাডালেই আওপাকে ঘূৰিছে। এইদৰেও গ'ল আৰু তিনিপাক।

ককাইটিৰ চকুটো তেতিয়াও ন-ছোৱালী বৌৰ ওপৰত। ভাগিনায়েককো দোষ দিবলৈ নাই, ওচৰত বহি থকা আই-বাইকো দোষ দিবলৈ নাই। এইবিধৰ টোপনি এইবিধেইহে। ই পূৰ্ব্বৰে পৰা বটা-বকৰা নমনা, হেচোক-ঘোকোটলৈ কেৰেপ্ নকৰা জতুৱা আৰু ভতুৱা বিধৰ।

ককাইটিৰ পেটত থং, মুখত গোৰ্গোৰণি, মনত ইচাট্-বিচাট্।—"উঃ! ভুষণ তেলীয়াক ইয়ালৈকে বেচিছিলো অতখিনি গুটিধান ? উঃ! ইয়ালৈকে ন-মাইল খচকি 'ভাৱনা ভাণ্ডাৰৰ' পৰা আনিছিলো দেৱতাৰ চকু ৰ-লগা এইহেন সাজ ? এইবোৰেই নে তিৰোতা ? এইবোৰেইনে সুখ-দুখৰ লগৰী ? দুখত লাগে শোৱেই—আজি ইমান সুখৰ সময়তো তোৰ কটা!" এইদৰে ভাবোতে ভাবোতেও আৰু দুপাক গ'ল।



ৰাইজেও একে নাচকে চাই আমনি পাইছে। কথাতে কয়—'মাছ কেতেবেলি, নাচ কেতেবেলি।' কিন্তু এই নাচৰ যে সাত পাকতো ওৰ নপৰে তাৰ গুৰি কথা বুজিছে মাথোন ককাইটিয়ে।

এনেতে বায়নৰ বাজনাত নাচ সামৰণিৰ ছেও উঠাৰ লগে লগেই শেষৰ পাক ঘূৰোতে নাচৰ ছলতে ককাইটিয়ে গৈ বৌজনীৰ মুখতে লেথৰ তিনটা গোৰ মাৰি গাবলৈ ধৰিলে "কটা কুম্ভচৰ সঁচ! কণাৰ সঁচ! অন্ধলাৰ সঁচ!"

দুখ পাই বৌজনীয়ে "মৰিলো ঔ" বুলি চিঞৰিবলৈ ধৰিলে। ৰাইজৰ মাজত কি হ'ল কি মেলিলে বুলি কোৱা কুই লাগিল, ন ছোৱালীৰ ওচৰত্ বহা বোৱাৰী-জীয়াৰী ননদ-শাহুহঁত বৌৰ মুখৰ তেজ টুকিবলৈ লাগিল, ভাগিনীয়েকে মায়েকৰ গাত সাৱটি ধৰি ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে আৰু বাজনাৰ শেষ হওঁতেই সিফালে খোলাৰ মাজতে গদা ডাল পেলাই মূৰৰ মুকুটটো এছাৰি, ভীমৰ চোলাটো চাঁউট্কৰে গুদাম ছিগি যোৱাকৈ সোলোকাই, বায়নৰ গালে মাৰি, গেৰজাই ককাইটি ৰভাৰ বাজ হ'ল। কাৰ সাধ্য ককাইটিক আগচি ধৰে ? এনেয়ে গেৰজাই ককাইটিলৈ আঙ্গুলী টোওঁৱা টান তাতে আজি তেওঁৰ গাত ভীমৰ ভাও।

ককাইটি যোৱাৰ পাচত ভাওনাৰ ওৰেই পৰিল। শেহত বায়নে উপায় নেপাই ককাইটিক বুজাই-বৰাই ঘূৰাই আনিবলৈ মোক পাচিলে আৰু ডেকা অধিকাৰ প্ৰভুৱেও শেষত একাষাৰ ক'লে। মই সিবিলাকৰ বাইক্ পেলাব নোৱাৰি বহাৰপৰা

থিয় হোৱা মাত্ৰকে ভাৱনা চোৱা সদৌ ৰাইজে দীঘলকৈ জয়ধনি দিলে। মোৰ কিন্তু মন থেৰো-গেৰো। সৰুৰেপৰা জানো—আমবলি পৰুৱাই কামোৰ এৰিলেও কাঠচিতীয়া ককাইটিয়ে কোমস নেকাটে।

কথামতেই গৈ দেখোঁগৈ ককাইটিয়ে পাটীত পৰি কান্দিছে। চকুপানা মছোতে মছোতে তেওঁৰ খনীয়া কাপোৰখন মুখৰ ৰহণে-বৰণে, চকুৰ পানীয়ে-নাকৰ পানীয়ে লেতেৰ-পেতেৰ হৈছে।

বাজত মোৰ ভৰিৰ গুম্‌গুমনি শুনিয়েই তেওঁ টিপ চাকিটো হাতৰ বা-ৰে নুমাব খুজিছিল—ভাগ্যে মই মাত মতা শুনি তাকে নকৰিলে।

মই পাটীখনৰ ওচৰত থিয় হৈছোহে তেওঁ মোৰ ডিঙ্গিটোত সাৱটমাৰি ধৰি ভাওনাত বিনোৱাৰ দৰেই বিনাবলৈ ধৰিলে—"ঔ ৰংমন, মোক কোন বাৰীভুতে কিলাইছিল ঔ? মই মহাপাপীয়ে কেলেই ভাও লৈছিলো ঔ? মই পুইনলৈ বুলি ভাও নকৰি কিয় তামইচালৈ কৰিছিলো ঔ? কিয় এবাখৰু ধান বেচি পিৰক চহকী কৰিছিলো ঔ? মোৰ গুৰুজনে নসহিলে ঔ, নসহিলে; হাতে-হাতে চিন দিলে। যা ঔ ৰংমন সিজনাক লৈ আহগৈ; তাই সেইটো অস্তাৰে তাত পৰি থাকিলে মই ৰভাত কোনসতে সোমাম?"

সেই দিনাহে দেখিলো মই গেৰজাই ককাইটিৰ নেদেখা চিতৰ ভিতৰখন।

---

# "ধৰ্ম্মত কুঠাৰ"

সেই বছৰৰ কাতিশঁতা সঁচাকৈয়ে কাতিশঁতা। শুক্লা প্ৰতিপদৰ পৰা লেখৰ তিনদিনলৈ বতৰ যি গোমালে গোমালেই। শেহত চতুৰ্থ দিনৰ পৰা চাৰিদিনলৈ চিপচিপীয়া বৰষুণ। কাতি নেউলা ধানৰ যি কেইটা থোক ৰ'লগৈ তাৰো গুৰিত সৰুগাঁঠিলৈকে তলযোৱা পানী!

মনতে ভাবিলো, ৰ'দৰ মুখ দেখা মাত্ৰকে পামলৈ গৈ পাওঁ যদি থোককেইটা দাই আনিম, নেপালে বৰষুণত ছিগিপৰা শণিকেইটাকে বুটলি আনিম। সবহ নহ'লেও ভুখৰ লখিমীয়ে এমাহলৈ তৰাব।

এনেতে আহিল—সত্ৰৰ অধিকাৰ গুৰু ঈশ্বৰৰ পত্ৰ। তেৰাই সম্বন্ধীয়া ভায়েক, ডেকা অধিকাৰক কৰ-বৰঙ্গণি তুলিবলৈ আৰু ল'ৰা-ছুৰি শৰণীয়া কৰিবলৈ চহৰলৈ পঠিয়াইছে; অহা দশমীৰ দিনালৈ পাবহি।

পাঁচনিজনক জা-জল খুৱাই, বিদায় দি হাততে চিঠিখনি লৈ নামঘৰ পালোগৈ। সেইদিনা নামঘৰৰ উৰুখা চালত খোচা মাৰিবলৈ ৰাইজ গোটখোৱাৰ কথা। মই পাওঁতে ডেকাহঁত চাললৈ উঠা নাই, মাথোন বৰষুণ সৰকা ফুটাকেইটাহে তলৰ পৰা চাই লৈছে।

মই নামঘৰ পায়েই লৰালৰিকৈ মণিকূটৰ পৰা বেতৰ শৰাইখন উলিয়াই আনি, তাৰ ওপৰতে গুৰু ঈশ্বৰৰ পত্ৰখনি

থৈ ৰাইজলৈ আগবঢ়াই দিলো। ৰাইজেও ল'ৰা এটিৰ হতুৱাই চিঠিখনি পঢ়াই নামঘৰৰ খোচা মৰাৰ উপৰিও ডেকা অধিকাৰক ৰাখিবলৈ বহা-ঘৰটি অঁতাব-পিতাবলৈ থিৰ কৰিলে।

কথা মতেই দশমীৰ দিনা বেলি নৌ মূৰৰ ওপৰ পাওঁতেই ৰাইজে ডেকা অধিকাৰ প্ৰভুক আগবঢ়াবলৈ বুলি ভাল চাই কলাপুলি এজুৰি বিচৰাই মোৰ বাৰীলৈ ডেকাল'ৰা ছুটাক পঠাই দিছে; মেয়ো তাকে দেখুৱাবলৈ বুলি চোতালৰ মূৰ পাইছো এনেতে পামৰ পৰা অহা পৰ গাৱঁৰ গুৱাল এজনৰ পৰা বাতৰি পালো কাতিনেউলী ধান ডৰাৰ ওপৰত জাককুৱা গৰুৱে মৰণা মাৰিছে। গাটো লাই-সৰিয়হ ফুটাদি ফুটিবলৈ ধৰিলে।

ততালিকে কলাপুলি ছুটা দেখুৱাই দি ভিতৰ পাই ল'ৰাক ক'লোহি—"গুৰু ঈশ্বৰ আহিলে ৰাইজেৰে গোটখাই আগবঢ়নি জনাবি আৰু নৌ সন্ধিয়া লাগোতে মই যদি নেপাওঁহি, তেনেহ'লে মই যুগুত কৰি থোৱা সিধাটি আগবঢ়াই সেৱা জনাবিগৈ আৰু মোৰ কথাও ভাঙি-পাতি ক'বিগৈ।"

এইবুলি কৈয়েই থামতি মোনাটোত আখৈ চাউল একঠাই আৰু থামতি দা খনে ভৰাই মই পামলৈ লৰ ধৰিলো। যাওঁতে বাটৰ ইফালে-সিফালে চাবলৈ মোৰ সময় নাই—কেতিয়া পাম পাওঁগৈ, কেতিয়া পাম পাওঁগৈ। ছুখো লাগিছে উঃ—মানুহনো ইমান অজ্ঞান হ'ব লগা হ'লনে? পৰৰ ধান এথোক গৰু-ছাগলীয়ে খাই থকা দেখিলেও যি স্থলত উপযাচি



খেদাই দি থৈ যোৱাৰ দস্তুৰ আছিল এইখন দেশত—সেই দেশতনো আজি এনে কুপৰ্কিতিয়ে লগ ল'লেনে মানুহক? বোলে বুঢ়ীনো কেনেকৈ মৰে? চালত এখুন্দা, বাৰত এখুন্দা। দেশ এইদৰেই বেয়াৰ দিনত বেয়ালৈ যায়। জনমতি-জ্ঞান পুৰি খালে দেশ পুৰি খাবলৈ বাকী নেথাকে।

পাম পাই দেখোঁ কথা সচা। জাপৰী চাপৰিৰ গৰখীয়া এজাকে কেউডৰা ধানলৈ কাচি নিব নলগীয়া কৰি থৈ গ'ল।

ছুখে-বেজাৰে দাংপাচিজোৰ লৈ গৈ ছিগি পৰি থকা ধানৰ শণিবোৰকে তিনদিনে বুটলি মজলীয়া মৰণা এটাৰ ধান গোটালো। সেই তিনদিন ধানৰ বিলৈ দেখি ভাত খাবৰো সত নগ'ল। বহাৰ মূধত কল এথোকা গছতে পকি আছিল—তাকে কাটি আনি কোনোমতে দেহা প্ৰবৃত্তি থাকিলো।

তিনদিনৰ মূৰত ঘৰ পাই ছুপৰীয়া এমুঠি খাই ডেকা-অধিকাৰ গুৰু ঈশ্বৰৰ ওচৰলৈ যাবৰ মনেৰে ন-কৈ লগা তামোল পুলিটোৰ পৰা তামোল চাৰি আঙ্গনি পাৰি কলাপাত এখন কাটিব খোজোতেই কোনোবা বিজুতিত কটাৰীখন ডাঁৰৰ আগৰ পৰা এৰাই বাওঁ ভৰিতে পৰিলহি। ভাগ্যে কটাৰীখনৰ আগটোত ধাৰ নাছিল। তেওঁ বুলি সেই আগকণৰ খোচতে এটা পনীয়া তামোলৰ মান তেজ গ'ল। ভাগ্যকে ধিয়াই লৰালৰিকৈ তেজকুৰ ধুই ভৰিটোত বান্ধ এটা দিলো আৰু শৰাইখনতে গুৱাপাণটি সজাই লৈ নামঘৰ পালোগৈ।

গৈ দেখো গুৰু ঈশ্বৰে মাটিকলহ এটাত কাচি এখন জুবুৰিয়াই লৈ মুখেৰে—"মোৰ বাক্য লৰচৰ, পাৰ্ব্বতী মাৰৰ কুচত ধৰ" বুলি, ঘনে ঘনে টাকনো দি মন্ত্ৰ মাতিছে আৰু লগে লগে কলহটোৰ মুখত ফুৱাইছে। ওচৰতে বহি আছে গাৱঁৰে চাৰি-পাঁচজন বয়সীয়া লোক।

মই গৈ ভাৱে-থিৰে ওচৰ চাপি গুৱাপাণৰ শৰাইখনি আগবঢ়াই সেৱা জনালো আৰু এজুকি ঘোষাৰ অন্তত ক'লো যে হঠাতে পামৰ ধানকেইপাহি অনাৰি হোৱা শুনি নিজে আগবঢ়নি জনাবলৈ ৰ'ব নোৱাৰিলো আৰু গধূলিলৈকো সিধা এটি দলিমাৰিহে দিয়ালো। মোৰ গাওনি শেষ নহ'ল—ডেকা গুৰু ঈশ্বৰে একে চাবেই কাচিথন আছাৰমাৰি পেলোৱাৰ লগে লগে গাবলৈ ধৰিলে—"বৰমেধি, বৰ কথা জনা দেখুৱাবলৈ আহিছ নহয়? বৰ কথা জনা দেখুৱাবলৈ আহিছ? দলিমাৰি কাক দিয়ে? তইহে কথাৰ সুৰ বুজ, মই নুবুজো? লৈ যা তোৰ গুৱাপাণ। কৈছো তোমালোকক—এই বৰমেধিৰ এশটকা দণ্ড। তাকে আদায় নকৰে মানে ইয়াৰ লগত খাব-ছুবলৈ নিষেধ; চাওঁ বাৰু।"

কথাৰ লগে লগে ডেকা অধিকাৰ গৈ বহাৰ ভিতৰ পালে। ওচৰত যি কেইজন লোক আছিল সিবিলাকৰ ভিতৰৰ চাৰিজন পৰ-সত্ৰৰ সেৱক, বাকী জন আছিল মোৰ বৰ পিতাৰ পুতেক, ভাই। সিটিৰ লগত মোৰ তেনে ভাল ভাব নাছিল। বৰ পিতা ঢুকোৱাৰ পাচতে অধিকাৰ গুৰু ঈশ্বৰে বংশৰ বুঢ়া বুলি



বৰমেধিৰ নিৰ্ম্মালিপাট মোক দিয়াৰ দিনৰেপৰা ভাইৰ মনত মোলৈ কুশাৰি। মোৰ মুখ চাই বহি থাকিবলৈ বেয়া পাই ডেকা অধিকাৰ উচাৎ মাৰি গুচি যোৱাত ভাইজনে চলপাই চাপৰি বজাই মোৰ ফালে কেৰাহিকৈ চাই মাত দিলে "নামত বৰমেধি হ'লা কিন্তু কাক কেনেকৈ কথা ক'ব লাগে তাকো আজিলৈকে নিশিকিলা"। ভাইৰ মুখত এই কথা শুনি ডেকা অধিকাৰ প্ৰভুৰ উম্মা আৰু বাঢ়িল। বহাৰ ভিতৰপৰা পুনৰ তেঁৱাই গাবলৈ ধৰিলে "নক'বি অ' হাজৰিকা, নক'বি। মই অধিকাৰ হোৱা হ'লে আজি তোক কাতিকৈ থৈ, এই অগুৰুৱা-টোক বৰমেধি নেপাতো; খাটাং জানিবি অমুকাই গুণতহে পূজা কৰোঁ—গুণতহে। মোৰ মনত পৰিছে তেওঁজবেলি সি অধিকাৰৰ পুত্ৰক মেলেছৰ ইংৰাজী পঢ়িবলৈকে আঢ়ৈকুৰিকৈ ৰূপ দি সহায় কৰে কিন্তু মোৰ ল'ৰাক ৰোগত ঔষধ এপালি খাবলৈকো সিকি এটা দি সি জীৱটোৰ আশীৰ্ব্বাদ নলয়।"

'মাছে কি মাতিব নোৱাৰে, দুই কোৱাৰিয়ে ভেটে'। মইনো গুৰুৰ মূৰে অহা ডেকা অধিকাৰৰ লগত কি বুলি উত্তৰা-উত্তৰি কৰিম? বহুতো পৰ টলকামাৰি থাকি বাকী কেইজন লোকৰ লগতে উঠি আহিলো। সেৱা কৰা গুৱাপাণ শৰাই তাতে থাকিল।

সেই ৰাতি মোৰ চকুৰ বাহুৰে বাহুৰে নেলাগিল। মহা-পুৰুষৰ দিৱসৰ পৰা যিখনি সত্ৰৰ লগত ধৰ্ম্মৰ সমন্ধ ৰাখি বুপা-ককা চলি গৈছে সেই সত্ৰখনিৰ ভবিষ্যত অধিকাৰজন যদি এনেকুৱা হয়, শিষ্যসকলে শিকিব-বুজিব কি?

পাচদিনা পুৱা এডাৰমান বেলি উঠোতে দেখিলো বৰ পিতাৰ পুতেক, সেই ভাইটোৱে মই সেৱা জনোৱা গুৱাপাণ শৰাই সেই চিনেৰেই মোলৈ ঘূৰাই লৈ আহিছে। মই কাৰণ সোধাত সি কিমান কি গালে মোৰ মনত নাই।

ভাই গুচি গ'লত ময়ো আন গুৱাপাণ এটি বান্ধি লৈ সত্ৰলৈ লৰ ধৰিলো।

মোৰ ঘৰৰপৰা সত্ৰলৈ মুঠেই দহ বাৰ মাইলৰ বাট। নৌ বেলি লহিয়াওঁতেই অধিকাৰ গুৰু ঈশ্বৰৰ ওচৰত সেৱা জনাই সকলো কথা বিবৰি কোৱাত অধিকাৰ গুৰুৱে সেইদিনা সত্ৰতে ৰাখি নানান ধৰণেৰে বুজাই মোৰ মনটো এফেৰি শাঁত কৰিলে।

শেহত আহিবৰ সময়ত গুৰু ঈশ্বৰে মোক পত্ৰ এডুখৰি দি ক'লে "বৰমেধি, তোমাতকৈ মই অধিক দুখ পাইছো। কিন্তু কি কৰিম ? মোৰেই ভাই, মোৰেই সত্ৰৰ ডেকা অধিকাৰ; বৰালি, কুলালি, ধনালি, আৰু পণ্ডিতালি এই চাৰি গছি আলি পাৰ হ'বলৈ লাগে সাধনা আৰু সেই সাধনাত সিদ্ধ হ'লেহে সন্ত-মহন্ত, গুৰু-গোসাঁই। মোৰ সহোদৰ ভাই হোৱা হ'লে ডাবি-হুঁকিৰে শাসন কৰিলোহেতেন; তালৈকো হ'ল তেওঁ জ্যেষ্ঠ পিতৃৰ পুত্ৰ। মানিলে মই ধান, নেমানিলে মই পতানতকৈয়ো নীহ। তেও বুলি এই চিঠিখন দিয়াঁগৈ। পৰৰ হাতে দিয়া সিধাক দলিমৰা বোলাত একো অপাঠ হোৱা নাই। হৈছে যদিও মোৰ কথাকে ৰাখি তেওঁ তোমাক ক্ষমা কৰক।"



কথামতেই পত্ৰখনি লৈ গুৰু ঈশ্বৰক সেৱা জনাই ঘৰ পালোহি। ৰাতি শুনিলোহি সেই সন্ধ্যাতে মোৰ লগত চলাচল বন্ধ কৰিবৰ কাৰণে ডেকা অধিকাৰে ৰাইজক মতাই ঘৰৰ আগত টাবচিলিডি পোতাবৰো দিহা কৰিছে।

মই চালো নৌ কথা গধুৰ হওঁতেই নামঘৰলৈ গৈ পত্ৰখানি নিদিলে পাচলৈ বা কি। তৎক্ষণাৎ আকৌ ল'ৰাটোৰ হতুৱাই তামোল এথোকা পৰাই এইবাৰো শৰাই এখন সজাই লৈ নামঘৰ পালোগৈ।

বাটৰেপৰা শুনিছো ডেকা অধিকাৰ গুৰু মোৰ প্ৰতি অগ্নি যেন হৈ আছে। ঘৰ ভৰি থকা পৰ সত্ৰৰ সেৱক কেইজনে মোৰ হৈ যিমানেই তেঁৱাক বুজাইছে সকলো মিছা; তেঁৱাই মাত্ৰ সাৰ মানিছে মোৰ বৰপিতাৰ পুত্ৰ, ভাইটোৰ গাওনি খিনিহে।

এনেতে মই গৈ নামঘৰৰ টুপতে গুলগ এটি লৈ গুৰু জনৰ ওচৰ চাপিলো। তেঁৱাই ভৰিৰ পৰা মূৰলৈকে এবাৰ মোলৈ চাই লৈ আনফালে মুখ ঘূৰালে। শেহত মই আগদিনাৰ দৰেই গুৱাপাণৰ ওপৰতে অধিকাৰ গুৰু ঈশ্বৰৰ পত্ৰ খনি থৈ, শৰাইখনি আগবঢ়াই দি ঘোষা মাতিলো—

'মই অনাথক দয়া
কৰহু পৰমানন্দ
দাস বুলি ধৰিয়ো মনত।'

ডেকা অধিকাৰে মই মূৰ দোঁৱাই থাকোতেই চিঠিখন নি কিমান পঢ়িলে ক'ব নোৱাৰো—দেখো মই মূৰ দঙ্গাৰ লগে লগে তেঁৱাই ক্রোধত একো নাই হৈ গাবলৈ ধৰিছে—"মই যাক জগৰীয়া বোলো অধিকাৰ তাক ক্ষমা কৰিবৰ কোন ? দলিয়াই দিওঁ বুলিলে কিহলৈ দিয়া হয়—মই আকৌ তেওঁৰ কাষত ন-কৈ শিকিব লাগিব ? ধৰ্ম্মত কুঠাৰ ! ধৰ্ম্মত কুঠাৰ !! দেখিছা ৰাইজ, ই দেখাদেখি ধৰ্ম্মত কুঠাৰ !!"

এইবুলি কোৱাৰ লগে লগে ডেকা অধিকাৰ গুৰুৰ হাতৰ চাপৰটো ওচৰত থকা কাঠৰ ৰঙ্গা সঁফুৰাথনৰ ওপৰত পৰিল আৰু লগে লগে শৰাইৰ ঢাকনখন ফাটি ছিটাছিট হ'ল।

ৰাইজৰ বুৰি বুৰি চকু। কথা নাই যদিও কোনোৰ চকুৱে হাঁহিলে, কোনোৰ চকু ঠেৰেঙ্গা দিলে আৰু কোনোৰ চকুৱে দেখিলে ধৰ্ম্মত কুঠাৰেই হয়, নহলে সঁফুৰাথন এনেকৈ ফাটি ছিটাছিট্ হ'ব কিয় ?

প্রাণীৰ ভিতৰত মানুহৰ এদনীয়া সম্পত্তি, পাচ-বেজাৰতে নাইবা সঁফুৰাথনৰ মমতাতে—সঁফুৰাথনি ভগাৰ লগে লগে ডেকা অধিকাৰ প্রভু বহা সোমাল। ময়ো ৰাইজৰ লগতে উঠি আহি ঘৰ পালো।

ঘৰত দেখিছো বহাৰথীয়াই জুহালৰ কাষত মোলৈ বাট-চাই টোপনিয়াই টোপনিয়াই বহি আছে। মোৰ মাত শুনা মাত্রকে তেওঁ দুৱাৰখন মেলি জুইকুৰা শকতকৈ ধৰি দিলে। ময়ো বেৰত আওজাই থোৱা ডুখৰি পীৰাখন পাৰি বহিছো



এনেতে বহাৰথীয়াই সুধিলে "ভাগিলনে দাই ?" মই উত্তৰ দিলো "দাই নেভাগিল ; ভাগিল গোঁসাইৰ ৰঙ্গা সঁফুৰাখনহে।"

শেহত মোৰ মুখৰপৰা সকলোখিনি শুনি ঢুলঢুলীয়া চকুৰে তেওঁ ক'লে—"হওঁতে আমি দেখাতে তিৰীমতী। পাচে এটা কথা কওঁ দেই—বেয়া নেপাব।"

"কোৱাঁ" বুলি ময়ো হাত দুখন জুইকুৰাৰ ওপৰলৈ নিলো। তেওঁ তেনেতে বেজাৰেৰে ক'বলৈ ধৰিলে "বোলে এডেও দুডেও সেইহে লোটা নিবৰ ছেও। চাব—এইজনা ডেকা অধিকাৰৰ দিনতে আমাৰ সত্রখনি দুফাল হ'ব। গৃহস্থী সত্র জাহ গৈছে যদি এনেবোৰ কেৰোণতেই। উঃ! ভাল লীলা কৰাইছা গুৰুজন !"

তেওঁৰ দুখৰ হুমুনিয়াহত যেন জুইকুৰাও চেচা পৰিল।

---

# হেলচী আইতা

ভৰ বাৰিষা। তিনদিনীয়া জাগলৰ পাচত আকাশ একেবাৰেই বৰনৈৰ বুকুত পৰা নতুন বালিচটৰ নিচিনা মল-কোঁহ নাইকিয়া ফৰকাল।

জাতিবাঁহ কেইজোপাৰ মাজেদি ওলোৱা বেলিৰ আদখন মুখ দেখিয়েই আইতাৰ ভৱি ক'ত পৰিম ক'ত নপৰিম। দশ হোৱাৰ কালৰে পৰা আজি আঢ়ৈকুৰি বছৰে আথকুৱা বেলিৰ লগত খেলি আইতাই বঢ়িয়াকৈ ক'ব পাৰে—বতৰ দাঙ্গিছেনে, নামিছে। তেওঁলৈ নেলাগে জিলীৰ ৰেও-ৰেৱনি, নেলাগে শিয়ালৰ হোৱা দিয়া ছেও, নেলাগে কেচু-কুমটি নাইবা উইচিৰিঙ্গাৰ তৰহ তৰহ মাত। ধল পুৱাৰ আকাশেই তেওঁলৈ মঙ্গলতিৰ মঙ্গলৰ ধাল।

বোৱাৰী-জীয়াৰীৰ কথাই নাই, গাঁৱৰ মাহী-পেহী, নাতিনী ভতিজা-জীহঁতেও ধান বহাব খুজিলে আইতাক সোধেহি বতৰৰ বতৰা। আইতায়ো সৰ্ব্বজানৰ বুঢ়ীমাকৰ দৰে পানী নসৰকাকৈ কৈ দিয়ে—'আজি মেঘ কোৰ-চপৰীয়া এনেতেনে; আজি মেটেকা ফুলীয়া এনেতেনে, আজি মাহুৰী তুলীয়া বা কাউৰী কণীয়া এনেতেনে, কালি পশ্চিমফালে ৰতোৱাল দেখিছিলো গতিকে এনেতেনে ইত্যাদি ইত্যাদি। আইতাৰ মুখৰ বাইক্



নফপা কৰিবলৈ কিজানি মেঘৰ গৰাকী, ইন্দ্ৰৰো বুকুৱে ডঁৰায়।

পৰহিলৈ আইতাৰ নাতিয়েক দেওবৰৰ বিয়া, আজি জোৰোণৰ দিন। কালি গধূলিলৈকে আইতাৰ মুখত পানী নাই। আজি পুৱাহে আকাশ দেখি আইতাৰ পকা থেকেৰা যেন মুখত হাঁহি ৰেঙ্গাইছে।

ৰভা-পৰলাৰ পৰা কোমল চাউললৈকে বাৰিষাৰ বিয়াত চিন্তা নাই কাৰ? ৰজাৰ পৰা খৰিভাৰীলৈকে বতৰৰ চিন্তা; কি জোখত, কি লেখত সকলোৰে চিন্তা সমান; সেয়ে মুঠেই—বৰ বৰ চোতালত, সৰহীয়া আৰু সৰুৰ সৰু চোতালত, তাকৰীয়া।

ফেহুজালিৰ লগে লগে বাজলৈ ওলাই আহি বতৰৰ উমান বুজি আইতাই ঘৰখনৰ গুৰি ধৰতী বোৱাৰীয়েকক মাতিবলৈ ধৰিলে "হেৰ তৰাদৈৰ মাক, উঠিলিনে নাই? তোৰো আজি টোপনি ইমান গহীন হ'লনে?"

শাহুয়েকৰ মাত শুনিয়েই বৰবোৱাৰীয়েকে থক্‌মক্‌কৈ মইনা চৰাইৰ গলগলীয়া মাতেৰে ভিতৰৰ পৰা মাত দিলে "উঠিছো আই, উঠিছো।" জীয়েক কদমীও ল'ৰা-ছোৱালীহাল শোৱাতে এৰি থৈ মাকৰ কাষ পালেহি আৰু আউলীয়া চুলিকোচা দুহাতে সামৰি মাত দিলে তুমিও আৰু উলামুলা জনী নোহোৱাঁ আই। বোলে আগদাঁত সৰিছে—জেউতি চৰিছে। আজি জোৰোণহে হ'বলা। লাখুটিতে ইমান যেতিয়া, ঠেং পালে কি কৰিবা বিধতাইহে জানে। আমাৰ গুবৰ পৰনো কিমান হৈছে ক'ব পাৰা জানো?"

"হে'ৰ হে'ৰ তইঁতে তেও শুলিয়েই মাজ ৰাতিতে; মোৰ কথা সোধচোন।" "তোমাৰ কথা সুধিম কি? দেখাতে বুঢ়া মানুহৰ টোপনি কাচীদৈয়া।"

মাকে টিপতে হাঁহি এটা মাৰি উত্তৰ দিলে "হে'ৰ হে'ৰ বান্দৰী, গাভৰু কালতনো মাৰ শুইছিল কিমান? নৌ সুঁহৰি খাটিবৰ তিনিবছৰ হওঁতেই সান্দহখোৱা বালি তল পেলালিহঁক? জাননে বান্দৰী, মতালৈ যি থলত ছুড়াৰৰ টোপনি, মাইকীলৈ সেই থলত লাগে মুঠেই এড়াৰৰ? ভগৱন্তই যাক যিমান লাগে তাক সিমান হেনেও দিছে। ৰাৰু এতিয়া ফেদেলী-পুৰাণ থ। বোৱাৰে বাহীঘৰ, বাহীবন কৰক; তই ঠাইতে জোবোৰাটো মাৰি থাপনাৰ আগকণ মোহাৰি থৈ ল'ৰাহঁতৰ জা জলপানৰ জঞ্জালটো মাৰ; আৰু নবহিবি, উঠ। জাননে এলাহ আৰু সাপৰ বিষ, নাই বুলিলেই নাই আৰু আছে বুলিলেই সাতালি পৰ্ব্বত যেন গধুৰ, ৰৰবিহ যেন চোকা। অ' বেগতে ককাইটিয়েৰক জগাই দে। বেদেলা কুমাৰৰ ঘৰৰ পৰা দৈ টেকেলি জোৰ আনকগৈ।"

"বাঘে নিয়তী, আজিলৈকে দৈ টেকেলি জোৰেই ঘৰ পোৱাহি নাইনে?"

"নক'বি আই, যাব জানিলে মজিয়াই চাইড়াৰ পৰৰ বাট। কবায়েৰে বাছিবাছি পালেগৈ সেই ধোদৰ পছলা কুমাৰটোকহে। বোলে কমাৰৰ 'কালি কালি', সোণাৰৰ 'পাবা' আজি এমাহেও



তাৰ পাগহালিত টেকেলিজোৰ নুঠিল,—ইফালে ধানো নি খালে এপুৰা আৰু চেলেঙো নিলে সৰুসূতাৰ—এখন।"

এনেতে কদমীৰ ডেৰ বছৰীয়া ল'ৰাটোৱে সাৰপাই কান্দিবলৈ ধৰিলে; কদমী মাকৰ কাষৰপৰা উঠি গ'ল। আইতাও গ'ল গোহালিৰ গৰু উলিয়াই ঘাহ দিবলৈ।

## দুই

চাওঁতে চাওঁতে বেলিৰ চোক গাত ধৰা হৈ উঠিল। আইতাও যাক যিহৰ দিহা দিব লাগে সকলোখিনি দি গা ধুই ঘিউৰ বন্তি এগছি লৈ নিজৰ কৃত্য কৰিবলৈ গোঁসাই ঘৰ সোমাল।

কিহৰ কাৰণে ক'ব নোৱাৰি, কঠথনি পাৰি মূৰ দোওঁৱাৰ লগে লগে তেওঁৰ উগুল থুগুল বুকুখনি যেন পানী হৈ চকুৱেদি টপ্ টপ্ কৈ মাটিত পৰিল। শেষত ঠোকাঠুকি মাতেৰে তেওঁ বন্তিগছি আগবঢ়াই দি ক বলৈ ধৰিলে "হে বাপ কৃপালু গুৰু, জনম, মৰণ, বিবাহ তোমাৰ ইচ্ছাত। দুখুনীয়ে জনাম কি? যেন সকলো কাৰ্য্য × × ×" আৰু ক'ব নোৱাৰিলে। বুঢ়ী-মাকৰ চেনেহভৰা চিত—টেঙ্গাৰ ছাট্ পৰা এৱঁা গাখীৰৰ দৰে কুকুচি মাৰিলে; নেদেখা দুটি চকুৰ আগত যেন তেওঁৰ স্বামী গুৰুৰ শান্ত সুন্দৰ মূৰ্ত্তিটি জিলিকি পৰিল। কোনোবাই দেখে বুলি ভিতৰতে চকুজুৰি মোহাৰি বাজ ওলায়েই দেখে

গাঁৱৰ সমন্ধীয়া অসমন্ধায়া তিৰোতাসকলেৰে ভিতৰ-ৰভা উৰি যাওঁ, উৰি যাওঁ। কোনোৰ মুখত ল'ৰা-ছোৱালীৰ আধাফুটা মাত-কথাৰ মৌসৰা কীৰ্ত্তন, কোনোৰ মুখত গিৰিয়েকৰ অলেখ ধন বস্তুৰ লেখ, কোনোৰ মুখত বোৱাৰীয়েকৰ অশিপিনী হাতৰ গাওনি, কোনোৰ মুখত ছোৱালীঘৰৰ আঁতি-গুৰি অৱস্থাৰ প্ৰশ্ন, কোনোৰ মুখত আ-অলঙ্কাৰ চাবলৈ হেঁপাহ—ইত্যাদি ইত্যাদিৰে ৰভাখনি যেন এটি জীউৰে নহয় এশটি জীউৰে জীয়তী হ'ল।

আইতাক দেখিয়েই মঠ শইকীয়াৰ ঘৈণীয়েক, তৰবৰীয়ে মাত লগালে "পেহীয়ে হ'বলা খুৱাব-ধুৱাব লাগে বুলি নমতা-জনৰ ভিতৰ সোমাই, মঠ জুৰি বহি আছিলা গৈ ?" আইতাই কথাৰ সুৰ ঘূৰাই ঠাইতে উত্তৰ দিলে "তেওঁৰ এচৰত মঠ জুৰি থকা নাই আইহে, আছিলো হাতযুৰিহে। তাকো কেলেই যুৰিছিলো সোধ আকৌ।" "সুধিছো বাৰু কোৱাঁ" তৰবৰীৰ প্ৰশ্নৰ উত্তৰত কথাৰ মূৰত কথা কোৱাত শিয়ান আইতাইনো কি উত্তৰ দিয়ে তাকে শুনিবলৈ ৰভাৰ তলৰ গোটেইখনি সমাজৰ কাণ সজাগ হ'ল আৰু আইতায়ো হাঁহি এটি মাৰি উত্তৰ দিলে "তেওঁৰ কাজলী-ধৱলী কামধেনু কেইজনীৰ কথা জানই নহয় ?" "জানো পেহী, জানো।"

জান যদি, সেই গাই কেইজনীৰ গাখীৰ খীৰোৱা হ'লনে নাই তাকে সুধিবলৈ গৈছিলো। তেওঁ আকৌ খুটিত নাছিল। ধল পুৱাতে বাঁহীটো হাতত লৈ যমুনাৰ পাৰলৈ ওলাই



গৈছিল। সেই দেখি বাটচাই থাকোতে হ'ল এফেৰা বেলি।

"পাচে গাখীৰ পালানে নাই ?"

"আজি হেনো পোৱালীয়ে নিপিলে।" সমাজৰ ভিতৰৰ পৰা কোনোবাই (আন্দাজ কাঞ্চনী হাজৰিকানীয়ে) মাত লগালে "আজি তেন্তে আইসকলৰ কপাল ফুটা।" আইতাই সেই প্ৰশ্নৰো ঘপৰাই উত্তৰ দিলে "ফুটিব কেলেই ? বোলে গাখীৰৰ নামে পানীকে খাবা, দোলাৰ নামে শিকিয়াতে যাবা।"

গোটেই ৰভাত হাঁহিৰ খলকনি উঠিল আৰু আইতায়ো সকলোকে একোষাৰ মাত দি ভিতৰলৈ খোজ ল'লে।

ইফালে ৰভাত নামৰ জাঁউৰি উঠিল—

"লং দিলে খাবা, জাঁই দিলে খাবা,
গাখীৰ যদি খোজা আইতাৰ
ভোকোৰা মাত পাবা।

দুখন কি তিনিখন তামোল খোৱাৰ পৰতে জীয়েক কদমীৰে সৈতে আইতা ৰভালৈ ওলাই আহিল। এইবাৰ আইতাৰ হাতত লং-জাঁই-ইলাচিৰে সৈতে সৰৱপূৰ কঠাল কুঁহীয়া বটাৰে এবটা তামোল, জীয়েক কদমীৰ হাতত দুটা মজলীয়া গাৰিৰ হাতনি পেড়া।

আইতাৰ হাতত তামোলেৰে চপচপীয়া বটাটো দেখিয়েই টেধৰী তৰবৰীয়ে আগৰ নাম সলাই নতুন নাম জুৰিলে।

'আমাৰ আইতা সুভগা সোণত চৰাই সুৰগা।
লং জাঁইৰে তামোল দিছে, পাগ লগাই চোবাবা ॥'

আইতা বহাৰ লগে লগে খন্তেকলৈ সভাখন যেন নিজম নিমাত হ'ল। ইফালে আইতাই পেড়া দুটা মেলি ছোৱালীলৈ বুলি যুগুত কৰা কাপোৰ-কানি আৰু আ-অলঙ্কাৰখিনি এপদ এপদকৈ আটাইকে দেখুৱাবলৈ আৰু লগে লগে তাৰ জনম-জাতিৰ বকলা গাবলৈ ধৰিলে।

"চা তৰবৰী, এইখন হ'ল শিঙ্খাপৰ সাজটোৰ লগৰ ঘাই কাপোৰ। আই ঔ, এইখন কাপোৰে মোৰ এডালি চুলি তিনডালিকৈ পকালে। দাঁতিৰ শেল দুটাত ফুল বাছোতে তোক কৈছো গলধনৰ জোৰা লৰিল। যেন এতিয়াও ছুলে বিষাব। সঁচি আঠমাহ দহদিন লাগিল—বাটি কৰিবৰ পৰা দহি বটালৈকে।

তৰবৰীয়ে কাপোৰখন হাতলৈ লৈ শেল দুটা চাই দেখে শলাগিবলৈ ঠায়েই নাই। "পেহী ঔ, তোমাক নো কোনজনী চাৰিমুখীয়া বিধতাৰ ঘৈণীয়েকে চজ্জিলে হোঁ?" নিজম ৰভাত আকৌ জম্‌জমনি উঠিল। ৰভাৰ কোনোবা এটা চুকৰপৰা এষাৰ মাত আহিল "পেহীয়েৰক জনম দিয়তী জনী বিধতাৰ ঘৈণীয়েক নহয় ঐ, বিধতাৰ জেশাহুৰেকহে।" এইবাৰ যে ৰভা হাঁহিত উৰি যাওঁ, উৰি যাওঁ।

হাঁহিৰ পানী-খলকি মাৰ গ'লতে আকৌ আইতাই সমাজক দেখুৱাই বিহাবলৈ ধৰিলে—

"আইহঁত ঔ, এইসাজ পাটৰ বুলি দিছো, এই তিনিসাজ



মুগাৰ আৰু কপাহী বুলি দিছো, এইখন দিছো গামোছা আৰু এইসাজ দিছো মাকলৈ এড়ীয়াৰ সাজ, যঁাৰৰ ববীয়াকৈ। থাকিল নে কিবা আৰু?"

কাৰবাৰ মাত পৰিল—"আইতা, বাঘৰ চকু এটা দিয়া হেতেন হে সকলো পূৰ হ'ল হেতেন।" আইতা হাতে যেনে কাজী, মুখেও তেনেকুৱা কাজীয়েই। ঠাইতে মিচিক্‌কৰে হাঁহি এটা মাৰি তেওঁ মাত লগালে—"নিতৌ কণা শহুৰেৰৰ জাপত শোৱা বাঘিনীজনীকে লৈ নাহিলি কিয়? তাইৰে চকু এটা উলিয়াই দিলোহেতেন।" আকৌ ৰভা—ইন্দ্ৰৰ সভা যেন হ'ল।

এইবাৰ আইতাই আনটো পেড়া মেলি অলঙ্কাৰ কেইপদ উলিয়াই দেখুৱালে—"চা চা আইহঁত, এইজোৰ মিনাকৰা নেজবাখৰামি থুৰীয়া। ল'ৰাৰ ভাইগেৰে সিদিনা হোলোংবৰীৰ মানুহ এজনে ৰাজহৰ অভাৱত পৰি ঘৰতে যাচি দিয়াদি দিলেহি। বেচ মুঠেই দুকুৰি দহটকা।"

এনেতে দেখে বাটকুৰি বাই ধূলিয়ে-মাকটিয়ে পোতখাই অহা, অভঁজা ডেকাল'ৰা এটা ৰভাৰ মূৰত থিয়। ল'ৰাটোৰ বয়স কুৰিৰ ওপৰ নহয়। নগৰৰ ল'ৰাই চলপাই এনে বয়সতে গোঁফত খুৰ লগায়। সি কিন্তু লাজতে বা ধনুৱা নাপিতৰ অভাৱতে, উঠি অহা গোঁফত নিজেও কি, পৰৰ হতুৱায়ো কি অস্ত্ৰ লগোৱা নাই। হাতত থামতি মোনাটো লৈ ৰভা সোমাই সি গোটা ৰভাখনলৈ যেই ঘূৰি পকি চালে সৰু সৰু ছোৱালীহঁতৰ হাঁহি উঠিল। সি কিন্তু গহীন।

শেহত কিবা এটা কথাত আইতাই যেতিয়া তালৈ চালে ঠাইতে সি মোনাটো কান্ধৰ পৰা সোলোকাই থৈ জধল্-মধল্কৈ সেৱা এটা কৰিলে।

আইতাই দেখে সি তেওঁৰ আপোন দেওৰেকৰে পুতেক। দহবছৰ বয়সতে বাপেকৰ লগত দূৰণিলৈ উঠি যোৱাৰে পৰা সি তাৰ পুৰণি ঘৰলৈ অহা নাই।

বৰমাকে কুশল সুচাই মূৰত ধৰি তাক তুলি দিয়াৰ লগে লগে সি কেৰোক্-কেচোক্ নকৰাকৈ বিহাবলৈ ধৰিলে "বৰ আই, পিতায়ে মোক আজি বেলি উঠোতেই পঠিয়াই দিলে। মই আজি খোৱা যি নাই—গাকে ধোৱা নাই।"

"যা তেনেহ'লে, গা-পা ধুই এমুঠি খাই লগৈ। তোৰ শুকান মুখ দেখিয়েই মই বুজিছো। বাৰু, সইধে ঘৰত ভাল?"

"ভাল"।

"মাৰ নাহিল কেলেই?"

সি এই প্ৰশ্নৰ উত্তৰত শুকান হাঁহি এটা মাৰি উত্তৰ দিলে "আই আহিব কেনেকৈ? আজি দোক্মোকালিতে মৰা ল'ৰা এটা উপজিছে। পিতায়ে লৰালৰিকৈ জগাই মোক তাকে ক'বলৈহে তৰা-নৰা ছিঙ্গাই পঠিয়াই দিলে। নহ'লে বাহা গাৰে আহিবৰ মোৰ গৰজ!" কথাৰ লগে লগে সি আকৌ সদাশিৱ যথা থিয় হ'ল!



## তিনি

আকাশী চৰগ ভাগি আইতাৰ মূৰত পৰিল। কেৰেঁ একো ক'বলৈ নৌ পাওঁতেই "ঔ তৰবৰী, দেওৰৰ মই কোন জনমৰ শতুৰু আছিলো ঔ" বুলি তেওঁ তৰবৰীৰ কোলাত হাউলি পৰিল।

ডাঠ বাঁহনিত পুৱা-গধূলি আনন্দ-আৰাও কৰিথকা বাহ চৰাইৰ মাজলৈ হিলৈ মাৰিলে যি দৰে চৰাই উৰি গৈ গোটেই বাহনি চেচা হয় ৰভাও তেনেকুৱা হ'ল। ভিতৰত মিতিৰ-কুটুমৰ যি য'ত আছিল তেওঁবিলাকো ততালিকে ওলাই আহিল। এখনমান তামোল খোৱা পৰলৈ কাৰো মাতবোল নাই। এনেতে ৰভাৰ এচুকত কোৱা-কুই উঠিল "কোনে এই আপদীয়া-টোক ঘৰ সোমাবলৈ দিলে? এনে মানুহক টেটুপাটত ধৰি ধাপৰ বাজ কৰি দিলে একা?"

ডেকা ল'ৰাটোৰ অসহনি হ'ল। সি আৰু ৰ'ব নোৱাৰি ঘপহকৈ উঠি মাত দিলে "ইঃ! মই বেলিৰ মুখত সোপা দিব লাগিছিল নহয়? অশৌচত বিয়াখন পতাই পিতায়ে সাত পুৰুষক নৰকত পেলাব লাগিছিল? ইঃ! ভালক বুলি বতৰা দিবলৈ পঠাই পিতায়ে এতিয়া শতুৰুহে শালিলে?"

তাৰ কথাৰ লগে লগে ৰভাৰ খুটাবোৰো যেন টিঙ্গিৰি তূলা হ'ল। শেহত সি গোনা ম'হৰ দৰে "নেথাওঁ বিয়া; নিদিওঁ আজিৰ পৰা ভৰি।" বুলি গোৰ্গোৰাই থামতি মোনাটো কান্ধত পিন্ধি, উচাংমাৰি গুচি গ'ল।

## চাৰি

থালী ভগা জুইতকৈয়ো কোবাল হৈ খন্তেকতে এই বিয়া-ভগাৰ বাতৰি কেউখন গাৱঁতে বিয়পি পৰিল। হেলচা আইতালৈ কেউখন গাৱঁৰ আদৰ-সাদৰ গুণে তেওঁৰ দুখত সকলোৰে বুকুৰে দুখালে।

পুৰোহিত বাপুৰ ঘৰ আছিল দুখন পথাৰৰ মূৰত। লৰা-লৰিকৈ বাপুজনো বিয়াঘৰ পালেহি।

আইতাই পুৰোহিতক দেখামাত্ৰকে হাতেৰে সৰগ ঢুকি পোৱাদি পাই, ঠাইতে তামোল পাণৰ বৰ বটাটো আগবঢ়াই দি এসোতা ভালকৈয়ে কান্দিলে। শেহত তেওঁ মাত দিলে "দেউ, যি হয় পৰাচিতকে হওঁ—তেওঁ ল'ৰাৰ সু কামকণ সজে সজে হওক।"

পুৰোহিতে মূৰে কপালে হাত দি উত্তৰ কৰিলে "সকলো বুজিছো কিন্তু বিধিখন ফালি পেলাওঁ কেনেকৈ? দেখাতে দেওৱেৰাৰ ল'ৰা—ইফালেও গৰ্ভতে মৰা।"

আইতাৰ মনে পুৰোহিতৰ বচন নেমানিলে। তেওঁ এবাৰ চলচলীয়া চকুৰে পুৰোহিতলৈ চাই তামোল কটাৰীখনৰ গাদিৰে মাটিত আঁচ পাৰি পাৰি বিহাবলৈ লাগিল "দেউ, কণা হাঁহক পতান ধান দিছেহি কিয়? চাওকচোন আপোনাৰ ঘৰৰ-পৰৰ ধৰম বিয়াবোৰ ক'লৈ গ'ল? আগৰ হেন্দুৰ পেটলুঙ্গৰ তলৰ গামোছাখন কোনে হৰিলে? ধুতি বিধুতি ভাতৰ মজিয়াখন



কোনে একাকাৰ কৰিলে? দেৱতাৰ নিৰ্ম্মালি লোৱা খোপা, টিকনি ক'ত লুকাল? যিখন বিধিৰ কথা সুচাইছে তাক লেখোতে কেইখন ৰেল-মটৰ, জাহাজ-উৰাগাড়ী চলিছিল? কেইটা তাৰ পৰা গলে × × নকওঁ আৰু; দেউ, বিধিয়ে চলোৱা দেশ মোক নেলাগে, লাগে সাধুৱে চলোৱা দেশ; 'বিধিয়ে' চলায়—জোন-বেলি, সাধুৱে চলায়—মানুহ। গতিকে মোক আজি সাধু হৈ চলাওক।"

খন্তেকলৈ গোটেই ৰভা—যেন পটৰ পুতলা।



## বিহু-চোলা

সোণপাহিৰ ঘৰ দিখৌৰ পাৰৰ শলগুৰি গাৱঁত। গিৰিয়েকৰ পৰা পোৱা এচমকা ভেটিৰ বাহিৰে সেই গাৱঁত তাইৰ এডৰি মাটি নাই। গিৰিয়েকে ৰ'দত সিজি, বৰষুণত তিতি, ওচৰৰ মানুহৰ আধি ৰুই, যি এখোটালি গুটি ভড়াল পূৰকৈ থৈ গৈছিল তাকো যোৱা মাঘ মহীয়া অগ্নি দেৱতাই ভস্ম কৰিলে। পাঁচ বছৰীয়া অনাথ পোনাটিক বুকুত বান্ধি মাক-বাপেকৰ ঘৰলৈ গুচি যাবলৈকো, মাক বাপেকৰ নাজল-নাথল

অৱস্থা। একেচলা চলিথৰিৰ এমূৰ জুইত সিজিলেও আনটো মূৰ যেনেকৈ অলপ চেচা হৈ থাকে তায়ো সেইদৰে ভাগ্য বিপৰ্য্যয়ত পৰি এহাতে কপাল ভুকুৱাই, আন হাতেৰে আচোৰ-কামোৰ কৰি, সংসাৰত থাকিব লগীয়া দিন কেইটি কটাই আছে।

বহাগৰ বিহু ওচৰ চাপিল। আটাই গঞা-চুবুৰীয়াই ল'ৰা-ছোৱালীলৈ ন চোলা, ন চুৰিয়া, ন-ন সাজ-পাৰ কিনিলে। এই কেইদিন বজাৰ কৰি সোণপাহিয়ে লাভ কৰা দূৰৰ কথা মূলকে ঠাৰবাব পৰ নাই। বিহুৰ উৰুকাৰ আগদিনা লাভ ৰল মুঠেই এটকা ৰূপ, তাৰে এতিয়া ল'ৰালৈ চোলাকে কিনিবনে, গুড়-গাখীৰকে কিনিব? 'কাইলৈ উৰুকাৰ দিনানো বেপাৰে কি ফলিয়াব চাওঁ' বুলি ৰূপ টকা লৈ গধূলি সোণপাহি ঘৰ পালেগৈ। ঘৰ পাই জুহালৰ কাষত মূৰৰ পৰা পাচিটো থৈছে মাত্ৰ মাখনে ওচৰচুবুৰীয়াৰ চোতালৰ পৰা লৰ মাৰি আহি মাকক গবামাৰি ধৰি লেনিয়াই লেনিয়াই সুধিলে "আই মোলৈ ন চোলা আনিছনে?" "নাই অনা মোৰ সোণ, কাইলৈ আনিম; আজি মুঠেই দিনৰ দিনটো খতি হৈ ৰূপ এটকা হে পালো হেৰ'। কপাল তোৰ।" শেষৰ দুটি মাতৰ লগে লগে সোণপাহৰি গালেদি টোপাল দিয়েক চকুলো-বাগৰি আহিল। আভুৱা পুতেকে মাকৰ সেই টোপাল কেইটিৰ অৰ্থ কি তাক বুজিব নোৱাৰি মাত লগালে "আজিনো বাৰু নানিলি কেলেই?"



"নেপালো আজি বজাৰত।"

"বাপুকণহঁতেনো পালে কেনেকৈ?"

"সিহঁত চহকী মানুহ।"

"তইনো চহকী নহৱ কেলেই?"

"কেনেকৈ হ'ম? তই সৰু হৈয়ে আছ দেখোন" বুলি মাকে যেন বলেৰে এটি হাঁহি মাৰিব খুজিলে। পুতেকেও সেইদৰেই ডাঠি উত্তৰ দিলে মোক বাৰু দ'মাই, দ'মাই ভাত দিবিচোন, আপুনি মই কাইলৈ 'ডানৰ' মানুহ হৈ পৰিম।" শিশুমতি পুতেকৰ কোমল প্ৰাণত মাকৰ দুখ গুচাবলৈ ইমান ধাউতি দেখি সোণপাহিৰ মুখত যেন আনন্দৰ এছাটি নতুন পোহৰ পৰিল। "দয়াময়, কাহানিকৈ এই সু সপোনৰ ফল দিবা?"

আজি উৰুকা। ৰাতিপুৱাবৰ এডাৰমান বেলিৰ পাচতে মাখন গৈ চুবুৰীয়া এঘৰৰ চোতালত ওলালগৈ। সমনীয়াৰ কোনোৱে খন্তেক পিন্ধি লাহ চাইছে, কোনোৱে তাক মৰমতে জাপি-তৰপি লৈ ধূলি টুকুৰিয়াই ফুৰিছে, কোনোৱে আকৌ মাকৰ হাতত আছে বুলি কৈয়েই পেটে পেটে এফেৰি অভিমান কৰিছে। এইদৰে কথাৰ মাজতে কথা ওলালত এবাৰ এটি সমনীয়াই মাখনক সুধিলে "তোৰ বিহু চোলা ক'তা?" আটাই-বোৰ ল'ৰাই সেই প্ৰশ্নৰ লগে লগে মাখনলৈ চকু দিবলৈ ধৰিলে। মাখনে হাঁহি হাঁহি উত্তৰ দিলে "আমাৰ চোলা আজি গধূলিকৈ আনিব। কালি বজাৰত চোলা টুকাল গুনে নানিলে আয়ে।" মাখনৰ সৰল বিশ্বাস দেখি তাতকৈ অলপ

বয়সীয়া ল'ৰা কেইটাই হাঁহি সামৰিব নোৱাৰিলে। "হেৰ বজাৰত ক'ৰবাত চোলা ঢুকায় ?" বুলি এটাই কোৱা মাত্ৰকে আটাইবোৰে আকৌ হাঁহিবলৈ ধৰিলে। এই শেষৰ বাৰৰ হাঁহিয়ে মাখনক বঢ়িয়াকৈ বুজাই দিলে যে বজাৰত কেতিয়াও চোলা নুঢুকায় আৰু মাকে তাৰ মন চেচা কৰিবলৈহে তেনেকৈ কৈছিল।

মাখন আৰু তাত নৰ'ল। পোন দাহেই মাকৰ ওচৰ পালেহি। পুতেকৰ সেই ওলমি অহা মুখ খনিৰ ভিতৰত যে এফেৰি খং বেজাৰৰ তপত ভাপ আহিছে মাকে তাক বুজিব পৰা নাছিল। "তোৰ নো আজি ভোক লগা নাইনে, অত-পৰে" বুলি সোণপাহিয়ে চকুলৈ চোৱা মাত্ৰকে তপত খোলাত বৰা ধান পৰি আখৈ হৈ উফৰি পৰাৰ দৰে, মাখনে মাটিত বহি ভৰি ছুটা এছাৰি ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে "মোক আজি বিহু-চোলা দিবিনে নিদিয়, হোঁ ?"

"বাৰু তই জলপান খাহিচোন আহ।"

"মই নেখাওঁ যা। চোলাহে লাগে মোক।"

"এটা চোলা আছে নহয় ? তাকে আজি খাৰণি এটোপাৰে ধুই দিম। ন চোলা কেলেই ?"

"ওঁ কেলেই ? কেলেই ? সিহঁতেনো পাচে ন চোলা পিন্ধিছে কেলেই ?" এইবাৰ মাখনে মাটিত বাগৰিবলৈ ধৰিলে। এই দৰেই এখনমান তামোল খোৱা পৰ গ'ল তথাপি কাৰো হৰা-জিকা নাই। সোণপাহিয়ে কোনোমতে বুজাব নোৱাৰি



"নেপালো আজি বজাৰত।"

"বাপুকণহঁতেনো পালে কেনেকৈ ?"

"সিহঁত চহকী মানুহ।"

"তইনো চহকী নহব কেলেই ?"

"কেনেকৈ হ'ম ? তই সৰু হৈয়ে আছ দেখোন" বুলি মাকে যেন বলেৰে এটি হাঁহি মাৰিব খুজিলে। পুতেকেও সেইদৰেই ডাঠি উত্তৰ দিলে মোক বাৰু দ'মাই, দ'মাই ভাত দিবিচোন, আপুনি মই কাইলৈ 'ডানৰ' মানুহ হৈ পৰিম।" শিশুমতি পুতেকৰ কোমল প্ৰাণত মাকৰ দুখ গুচাবলৈ ইমান ধাউতি দেখি সোণপাহিৰ মুখত যেন আনন্দৰ এছাটি নতুন পোহৰ পৰিল। "দয়াময়, কাহানিকৈ এই সু সপোনৰ ফল দিবা ?"

আজি উৰুকা। ৰাতিপুৱাৰৰ এডাৰমান বেলিৰ পাচতে মাখন গৈ চুবুৰীয়া এঘৰৰ চোতালত ওলালগৈ। সমনীয়াৰ কোনোৱে খন্তেক পিন্ধি লাহ চাইছে, কোনোৱে তাক মৰমতে জাপি-তৰপি লৈ ধুলি টুকুৰিয়াই ফুৰিছে, কোনোৱে আকৌ মাকৰ হাতত আছে বুলি কৈয়েই পেটে পেটে এফেৰি অভিমান কৰিছে। এইদৰে কথাৰ মাজতে কথা ওলালত এবাৰ এটি সমনীয়াই মাখনক সুধিলে "তোৰ বিহু চোলা ক'তা ?" আটাই-বোৰ ল'ৰাই সেই প্ৰশ্নৰ লগে লগে মাখনলৈ চকু দিবলৈ ধৰিলে। মাখনে হাঁহি হাঁহি উত্তৰ দিলে "আমাৰ চোলা আজি গধূলিকৈ আনিব। কালি বজাৰত চোলা ঢুকাল গুনে নানিলে আয়ে।" মাখনৰ সৰল বিশ্বাস দেখি তাতকৈ অলপ

বয়সীয়া ল'ৰা কেইটাই হাঁহি সামৰিব নোৱাৰিলে। "হেৰ বজাৰত ক'ৰবাত চোলা ঢুকায়?" বুলি এটাই কোৱা মাত্ৰকে আটাইবোৰে আকৌ হাঁহিবলৈ ধৰিলে। এই শেষৰ বাৰৰ হাঁহিয়ে মাখনক বঢ়িয়াকৈ বুজাই দিলে যে বজাৰত কেতিয়াও চোলা নুঢুকায় আৰু মাকে তাৰ মন চেচা কৰিবলৈহে তেনেকৈ কৈছিল।

মাখন আৰু তাত নৰ'ল। পোন দাহেই মাকৰ ওচৰ পালেহি। পুতেকৰ সেই ওলমি অহা মুখ খনিৰ ভিতৰত যে এফেৰি খং বেজাৰৰ তপত ভাপ আহিছে মাকে তাক বুজিব পৰা নাছিল। "তোৰ নো আজি ভোক লগা নাইনে, অত-পৰে" বুলি সোণপাহিয়ে চকুলৈ চোৱা মাত্ৰকে তপত খোলাত বৰা ধান পৰি আখৈ হৈ উফৰি পৰাৰ দৰে, মাখনে মাটিত বহি ভৰি দুটা এছাৰি ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে "মোক আজি বিহু-চোলা দিবিনে নিদিয়, হেঁা?"

"বাৰু তই জলপান খাহিচোন আহ।"

"মই নেখাওঁ যা। চোলাহে লাগে মোক।"

"এটা চোলা আছে নহয়? তাকে আজি খাৰণি এটোপাৰে ধুই দিম। ন চোলা কেলেই?"

"উঁ কেলেই? কেলেই? সিহঁতেনো পাচে ন চোলা পিন্ধিছে কেলেই?" এইবাৰ মাখনে মাটিত বাগৰিবলৈ ধৰিলে। এই দৰেই এখনমান তামোল খোৱা পৰ গ'ল তথাপি কাৰো হৰা-জিকা নাই। সোণপাহিয়ে কোনোমতে বুজাব নোৱাৰি



শেষত ভাবিলে মেঘৰ গাজনি যি দৰে ওপজা আকাশতেইহে মাৰ যায়, সেই দৰেই পুতেকৰ এই ঠেহ-অভিমানো মাৰ যাব সৰুৰে পৰা লালিত-পালিত হোৱা চেনেহৰ কোলাখনিতেইহে। ভবা দৰেই আৰু বেচি পৰ উত্তৰা-উত্তৰি নকৰি সোণপাহিয়ে পুতেকক কোলালৈ তুলি ক'বলৈ ধৰিলে "মই দিম, মোৰ সোণক আজি বজাৰৰ পৰা ৰঙা চোলা এটা আনি দিম।"

দুপৰীয়া মাক বজাৰলৈ ওলাই যোৱাৰ পৰা মাকলৈ চাওঁতে চাওঁতে মাখনৰ চকু বিষত থৰ হ'ল। আনকালৰ দৰে আজি সি সমনীয়াৰ লগত ধেমালি কৰিবলৈও যোৱা নাই। সমনীয়া হঁতে ৰাতিপুৱা নিজৰ নিজৰ চোলা দেখুৱাই তাক যে হাঁহি-ছিল তাৰ প্ৰতিধ্বনি যেন তেতিয়াও তাৰ কাণত বাজি আছিল। হ'ব পাৰে চ'ত মাহৰ দিন-ৰাতি প্ৰায় সমান; কিন্তু মাখনৰ মনত আজি চ'তৰ এই দিনটো যেন এটা যুগ।

গধূলি মাকে আহি নওলা মুখত মাত দিয়া মাত্ৰকে মাইকীৰ হেম্বেলনি শুনা দামুৰিৰ দৰে মাখনে গৈ সোণপাহিৰ আঠু দুটাত সাবটমাৰি ধৰি সুধিলে "মোৰ বিহু-চোলা আনি-ছনে।" পুতেকে যে আজি কি উচপিচনিৰে দিন নিয়াইছে এই কথা জানি মাকেও চোলাটো পাচিত ভৰাই নানি কাষ-লতিৰ তলত লৈ আহিছিল। ৰঙা বিহু চোলাটো মাকৰ হাতৰ পৰা পোৱা মাত্ৰকে আনন্দত উত্ৰাৱল হৈ পুতেকে জাপ ভাঙি মেলি পেলালে। ক'ৰবাত ফালে-ছিৰে বুলি মাকে বাধা দি ক'লে "এতিয়া থৈ দিয়াগৈ, কাইলৈ বিহুত পিন্ধিবা। ক'ৰ-

বাত চেকা-চুকা লাগিব। বিহু-চোলা বিহুত হে পিন্ধিব পায়।” ভিতৰ পাই সোণপাহিয়ে পাচিৰ পৰা বিহুৰ সমল যি যি আনিছিল তাক দিহা কৈ থৈছে; মাখনৰ তালৈ কেৰাহিয়েই নাই। সেই এধানমান ‘ৰঙ্গীন’ জাপানী বনিয়ন এটাত যিমান সৌন্দৰ্য্য লুকাই আছে তাৰ এশ ভাগৰ এভাগো যেন সি আজি চাই অন্ত কৰিব পৰা নাই। যেই হক ভালেমান পৰ চাই-মেলি শেষত সি মাকৰ হাতত চোলাটো থৈ দিবলৈ দিলে। মাকে চোলাটো জুহালৰ গুৰিৰ বেৰখনৰ উঘা এটাৰ ওপ-ৰতে আৰি থ’লে। সেই হেন চোলাটো আলৈ আথানিকৈ বেৰৰ আগে চালৰ আগে থোৱাটো মাখনৰ অসহ্য হ’ল। “তাত থ’লে ক’লা নহ’বনে” বুলি পুতেকে তাক মাকৰ হাতৰ পৰা নি ভিতৰৰ মূৰৰ শিতানত থৈ আহিল গৈ।

মাখনৰ এই আনন্দৰ আজি উপমা দিবলৈ উপমা নাই, থ’বলৈ ঠাই নাই। আনকাল সি সন্ধ্যাৰ পাচতে শোৱে; মাকে ভাত হ’লে জগাই আনি খুৱায়। আজি সন্ধ্যাতে শোৱাহে নেলাগে মাকে ভাত পানী খাই ছুৰা-মকা ধুই পিঠা-পনা ভাজি অন্ত নকৰে মানে সি মাকৰ লগে লগে লাগি ফুৰিছে। ৰাতি মাক-পুতেক দুয়ো শুবলৈ গ’ল, কিন্তু টোপনি কাৰো নাহিল। মাকে দেখিলে অতীতৰ সুখৰ স্বপ্ন, পুতেকে দেখিলে ভবিষ্যতৰ সুখৰ স্বপ্ন। যিমানে মনৰ পৰা মছিবৰ চেষ্টা কৰিলে মাকে সেই অতীতৰ স্বামী-সেৱা, এখো-টালি গুটি ধান, চাৰিবেৰৰ ভিতৰতে ৰঙ্গে-আনন্দে থোৱা



শেষত ভাবিলে মেঘৰ গাজনি যি দৰে ওপজা আকাশতেইহে মাৰ যায়, সেই দৰেই পুতেকৰ এই ঠেহ-অভিমানো মাৰ যাব সৰুৰে পৰা লালিত-পালিত হোৱা চেনেহৰ কোলাখনিতেইহে। ভবা দৰেই আৰু বেচি পৰ উত্তৰা-উত্তৰি নকৰি সোণপাহিয়ে পুতেকক কোলালৈ তুলি ক’বলৈ ধৰিলে “মই দিম, মোৰ সোণক আজি বজাৰৰ পৰা ৰঙ্গা চোলা এটা আনি দিম।”

দুপৰীয়া মাক বজাৰলৈ ওলাই যোৱাৰ পৰা মাকলৈ চাওঁতে চাওঁতে মাখনৰ চকু বিষত থৰ হ’ল। আনকালৰ দৰে আজি সি সমনীয়াৰ লগত ধেমালি কৰিবলৈও যোৱা নাই। সমনীয়া হঁতে ৰাতিপুৱা নিজৰ নিজৰ চোলা দেখুৱাই তাক যে হাঁহি-ছিল তাৰ প্ৰতিধ্বনি যেন তেতিয়াও তাৰ কাণত বাজি আছিল। হ’ব পাৰে চ’ত মাহৰ দিন-ৰাতি প্ৰায় সমান; কিন্তু মাখনৰ মনত আজি চ’তৰ এই দিনটো যেন এটা যুগ।

গধূলি মাকে আহি নওলা মুখত মাত দিয়া মাত্ৰকে মাইকীৰ হেম্বেলনি শুনা দামুৰিৰ দৰে মাখনে গৈ সোণপাহিৰ আঠু দুটাত সাবট্‌মাৰি ধৰি সুধিলে “মোৰ বিহু-চোলা আনি-ছনে।” পুতেকে যে আজি কি উচপিচনিৰে দিন নিয়াইছে এই কথা জানি মাকেও চোলাটো পাচিত ভৰাই নানি কাষ-লতিৰ তলত লৈ আহিছিল। ৰঙ্গা বিহু চোলাটো মাকৰ হাতৰ পৰা পোৱা মাত্ৰকে আনন্দত উত্ৰাৱল হৈ পুতেকে জাপ ভাঙ্গি মেলি পেলালে। ক’ৰবাত ফালে-ছিৰে বুলি মাকে বাধা দি ক’লে “এতিয়া থৈ দিয়াগৈ, কাইলৈ বিহুত পিন্ধিবা। ক’ৰ-

বাত চেকা-চুকা লাগিব। বিহু-চোলা বিহুত হে পিন্ধিব পায়।” ভিতৰ পাই সোণপাহিয়ে পাচিৰ পৰা বিহুৰ সমল যি যি আনিছিল তাক দিহা কৈ থৈছে; মাখনৰ তালৈ কেৰাহিয়েই নাই। সেই এধানমান ‘ৰঙীন’ জাপানী বনিয়ন এটাত যিমান সৌন্দৰ্য্য লুকাই আছে তাৰ এশ ভাগৰ এভাগো যেন সি আজি চাই অন্ত কৰিব পৰা নাই। যেই হক ভালেমান পৰ চাই-মেলি শেষত সি মাকৰ হাতত চোলাটো থৈ দিবলৈ দিলে। মাকে চোলাটো জুহালৰ গুৰিৰ বেৰথনৰ উঘা এটাৰ ওপ-ৰতে আৰি থ'লে। সেই হেন চোলাটো আলৈ আথানিকৈ বেৰৰ আগে চালৰ আগে থোৱাটো মাখনৰ অসহ্য হ'ল। “তাত থ'লে কলা নহ'বনে” বুলি পুতেকে তাক মাকৰ হাতৰ পৰা নি ভিতৰৰ মূৰৰ শিতানত থৈ আহিল গৈ।

মাখনৰ এই আনন্দৰ আজি উপমা দিবলৈ উপমা নাই, থ'বলৈ ঠাই নাই। আনকাল সি সন্ধ্যাৰ পাচতে শোৱে; মাকে ভাত হ'লে জগাই আনি খুৱায়। আজি সন্ধ্যাতে শোৱাহে নেলাগে মাকে ভাত পানী খাই ছুৱা-মকা ধুই পিঠা-পনা ভাজি অন্ত নকৰে মানে সি মাকৰ লগে লগে লাগি ফুৰিছে। ৰাতি মাক-পুতেক ছুয়ো শুবলৈ গ'ল, কিন্তু টোপনি কাৰো নাহিল। মাকে দেখিলে অতীতৰ সুখৰ স্বপ্ন, পুতেকে দেখিলে ভবিষ্যতৰ সুখৰ স্বপ্ন। যিমানে মনৰ পৰা মছিবৰ চেষ্টা কৰিলে মাকে সেই অতীতৰ স্বামী-সেৱা, এখো-টালি গুটি ধান, চাৰিবেৰৰ ভিতৰতে ৰঙ্গে-আনন্দে খোৱা



এমুঠি ভাতৰ কথা, পানীৰে ধোৱা শিলৰ ৰেখাৰ দৰে, দুগুণে জিলিকি পৰিল। পুতেকে ভাবিবলৈ লাগিল মূৰৰ শিতানৰ ৰঙাচোলা, সমনীয়াহঁতৰ আগত তাক পিন্ধি চাম বোলা ভাবী লাহ-বিলাহ।

উষাৰ লগে লগে মাক পুতেক পাটিৰ পৰা নামি আহিল। মাকে হাতৰ আজৰি নোহোৱাকৈ কাম কৰিছে, পুতেকে আলেখ-লেখ চাইছে। এনেতে মাক কিবা এটা কামত বাৰীলৈ সোমাল, মাখনেও বিহু-চোলাটো লৈ ওচৰ-চুবুৰীয়া, ভদাই শইকীয়াৰ চোতাল পালেগৈ। গাওঁৰ ভালেমান ল'ৰা-ছোৱালীয়ে সেই চোতালতে বহি হাতত জেতুকাৰ বোল চোৱা চুই কৰিছিল। মাখনক দূৰত দেখা মাত্ৰকে আটায়ে চিঞৰি-বলৈ ধৰিলে “তোৰ জেতুকা চাওঁ; মাখন, তোৰ জেতুকা চাওঁ।” মাখনে উত্তৰ দিলে “আমাক গধূলিকৈহে জেতুকা পিন্ধাব। এইটি চোৱাঁ আমাৰ ৰঙা চোলা।” কথাৰ লগে লগে চোলাটো দেখুওৱা মাত্ৰকে ছটা মান ল'ৰাই “চাওঁ চাওঁ মোক দেচোন, মোক দেচোন” বুলি কঢ়া-কঢ়ি লগালে। যেয়ে পায় সেয়ে টানি আজুৰি ফালে বুলি ভয়ত মাখনো সিহঁতৰ হাতত চোলা দিবলৈ অমান্তি হ'ল। শেষত লাহ-মন বোলা তাতকৈ অলপ ডাঙৰ ল'ৰা এটাই “খাই নেপেলাওঁ তোৰ চোলাটো। গাত খায়নে নেখায় পিন্ধাই চাওঁচোন—ৰ” বুলি গহীনকৈ মাত লগাই মাখনৰ হাতৰ পৰা চোলাটো কাঢ়ি লৈ গ'ল। লাহমনৰ কথা মানি চোলাটো এৰি দি মাখনো

এমুঠি ভাতৰ কথা, পানীৰে ধোৱা শিলৰ ৰেখাৰ দৰে, দুগুণে জিলিকি পৰিল। পুতেকে ভাবিবলৈ লাগিল মূৰৰ শিতানৰ ৰঙ্গাচোলা, সমনীয়াহঁতৰ আগত তাক পিন্ধি চাম বোলা ভাবী লাহ-বিলাহ।

উষাৰ লগে লগে মাক পুতেক পাটিৰ পৰা নামি আহিল। মাকে হাতৰ আজৰি নোহোৱাকৈ কাম কৰিছে, পুতেকে আলেখ-লেখ চাইছে। এনেতে মাক কিবা এটা কামত বাৰীলৈ সোমাল, মাখনেও বিহু-চোলাটো লৈ ওচৰ-চুবুৰীয়া, ভদাই শইকীয়াৰ চোতাল পালেগৈ। গাঁৱৰ ভালেমান ল'ৰা-ছোৱালীয়ে সেই চোতালতে বহি হাতত জেতুকাৰ বোল চোৱা চুই কৰিছিল। মাখনক দূৰত দেখা মাত্ৰকে আটায়ে চিঞৰিবলৈ ধৰিলে "তোৰ জেতুকা চাওঁ; মাখন, তোৰ জেতুকা চাওঁ।" মাখনে উত্তৰ দিলে "আমাক গধূলিকৈহে জেতুকা পিন্ধাব। এইটি চোৱাঁ আমাৰ ৰঙ্গা চোলা।" কথাৰ লগে লগে চোলাটো দেখুওৱা মাত্ৰকে ছটা মান ল'ৰাই "চাওঁ চাওঁ মোক দেচোন, মোক দেচোন" বুলি কড়া-কড়ি লগালে। যেয়ে পায় সেয়ে টানি আজুৰি ফালে বুলি ভয়ত মাখনো সিহঁতৰ হাতত চোলা দিবলৈ অমান্তি হ'ল। শেষত লাহমন বোলা তাতকৈ অলপ ডাঙৰ ল'ৰা এটাই "খাই নেপেলাওঁ তোৰ চোলাটো। গাত খায়নে নেখায় পিন্ধাই চাওঁচোন—ৰ" বুলি গহীনকৈ মাত লগাই মাখনৰ হাতৰ পৰা চোলাটো কাঢ়ি লৈ গ'ল। লাহমনৰ কথা মানি চোলাটো এৰি দি মাখনো



পিন্ধি চাবলৈ সাজু হ'ল। মাকে আন্দাজতে কিনি অনা চোলা; সি গাত টানি সুমাই দিয়া মাত্ৰকে সিয়নি কেইটামান ছিগি এৰাই পৰিল। যেই চোলাটোৰ সিয়নি কেইটা ছিগিল, মাখনে "কেলেই মোৰ চোলাটো ফালিলি? আয়ে মোক এতিয়া মাৰিব; মোক ভালকৈ দে"—ইত্যাদি কৈ হুঁক্ হুঁক্ কৈ কান্দিবলৈ ধৰিলে। লাহমনেও তাক কেনেকৈ সান্ত্বনা দিব তাৰ উপায় নেপাই চোলাটো তাৰ কান্ধতে থৈ নিজৰ ঘৰলৈ লৰ মাৰিলে? বাকী বিলাক ল'ৰা-ছোৱালীও মাখনৰ দুখত দুখ পাই ফটা চোলাটো পিটিকি-জিটিকি চাবলৈ লাগিল; কিন্তু কোনেও তাক আগৰ দৰে ভাল কৰিব নোৱাৰিলে, মাত্ৰ লাভৰ ভিতৰত হাতে পতি বাগৰোতে চোলাটোত কেইটামান জেতুকা আৰু খেৰেজুৰ চেকা লাগিল।

মাহ-হালধি অলপ বাটি লৈ ছাগলীজনীৰ কপালে মূৰে সানিছে এনেতে নঙলা মুখত মাখনৰ কান্দোন শুনি সোণপাহি আগবাঢ়ি গ'ল। মাখনে বেজাৰত উদ্‌বাউল হৈ বেচি কথা ক'বলৈ নেপালে মুঠেই ফটা চোলাটো দেখুৱাই লাহমনৰ নাম ধৰি হাও হাও কৈ কান্দিবলৈ লাগিল। সোণপাহিয়েও পুতেকৰ মুখৰ পৰা আৰু একো শুনিবলৈ বাট চাব নোৱাৰিলে। "ঘৰৰ ল'ৰা ঘৰত নেথাকি লোকৰ ঘৰত লাহ বিলাহ দেখুৱাবলৈ গৈছিলি কিয়? মোকনো ঈশ্বৰে এই সুখ খাবলৈ জীয়াই থৈছে কিয়?"—বুলি মাহ-হালধিৰ হাতেৰেই পুতেকৰ পিঠিত ঢকিয়াবলৈ ধৰিলে। দুখতে দুখ, বেজাৰতে বেজাৰ পাই

পিন্ধি চাবলৈ সাজু হ'ল। মাকে আন্দাজতে কিনি অনা চোলা ; সি গাত টানি সুমাই দিয়া মাত্রকে সিয়নি কেইটামান ছিগি এৰাই পৰিল। যেই চোলাটোৰ সিয়নি কেইটা ছিগিল, মাখনে "কেলেই মোৰ চোলাটো ফালিলি ? আয়ে মোক এতিয়া মাৰিব ; মোক ভালকৈ দে"—ইত্যাদি কৈ হুঁক্ হুঁক্ কৈ কান্দিবলৈ ধৰিলে। লাহমনেও তাক কেনেকৈ সান্ত্বনা দিব তাৰ উপায় নেপাই চোলাটো তাৰ কান্ধতে থৈ নিজৰ ঘৰলৈ লৰ মাৰিলে ? বাকী বিলাক ল'ৰা-ছোৱালীও মাখনৰ দুখত দুখ পাই ফটা চোলাটো পিটিকি-জিটিকি চাবলৈ লাগিল ; কিন্তু কোনেও তাক আগৰ দৰে ভাল কৰিব নোৱাৰিলে, মাত্র লাভৰ ভিতৰত হাতে পতি বাগৰোতে চোলাটোত কেইটামান জেতুকা আৰু থেৰেজুৰ চেকা লাগিল।

মাহ-হালধি অলপ বাটি লৈ ছাগলীজনীৰ কপালে মূৰে সানিছে এনেতে নঙলা মুখত মাখনৰ কান্দোন শুনি সোণপাহি আগবাঢ়ি গ'ল। মাখনে বেজাৰত উদ্‌বাউল হৈ বেচি কথা ক'বলৈ নেপালে মুঠেই ফটা চোলাটো দেখুৱাই লাহমনৰ নাম ধৰি হাও হাও কৈ কান্দিবলৈ লাগিল। সোণপাহিয়েও পুতেকৰ মুখৰ পৰা আৰু একো শুনিবলৈ বাট চাব নোৱাৰিলে। "ঘৰৰ ল'ৰা ঘৰত নেথাকি লোকৰ ঘৰত লাহ বিলাহ দেখুৱাবলৈ গৈছিলি কিয় ? মোকনো ঈশ্বৰে এই সুখ খাবলৈ জীয়াই থৈছে কিয় ?"—বুলি মাহ-হালধিৰ হাতেৰেই পুতেকৰ পিঠিত চকিয়াবলৈ ধৰিলে। দুখতে দুখ, বেজাৰতে বেজাৰ পাই



মাখনো জয়দেউ কাকুতি কৰি গছৰ পাত সৰাবলৈ লাগিল।

মাখন ভিতৰলৈ গৈ পাটিত পৰিল ইফালে সোণপাহিয়েও য'ৰে ছাগলী নোওৱা-ধুওৱা ত'তে এৰি চলচলীয়া চকুৰে তাৰ ওচৰ পালেগৈ। পাঁচ বছৰীয়া শিশুৰ ইননি-বিননি আৰু উচুপনিত মাকৰ যেন আমঠুলৈকে ক'লা পৰিল। এই হেন বছেৰেকৰ বিহু, ঘৰে ঘৰে ৰং ৰহইচ, আনন্দ উলাহ ; এনে দিনতো ঈশ্বৰে কোন অপৰাধত ভগা হিয়া পানী কৰি তাইক কন্দুৱাইছে ? সোণপাহিৰ আছে, কি ? কিহৰ বিহু, কিহৰ আনন্দ তাইলৈ ? যাতো গুণে মাউৰা, অবালচন্দ পোনা এটি তাইৰ বুকুত আছে সেই দেখিয়েই তাই এনে দুখতো বাহিৰে মিছা আনন্দ এটি দেখুৱাই বিহুলৈ বুলি জোগাৰ কৰিছিল—এটা গৰু গাখীৰৰ টিপা, এপোৱা গুড় আৰু এমুঠি তুহ-পতনুৱা চাউল। আনৰ ল'ৰাই লাখৰ-বাখৰ চোলা পিন্ধিব, তাইৰ পোনাটিয়ে পিন্ধিব এটি চাৰি অনা দামৰ কপাহী বনিয়ন তাকো ঈশ্বৰে নসহিলে। ইত্যাদি ভাবি চিন্তি পুতেকৰ পিঠিতে মূৰ থৈ তায়ো উচুপি উচুপি কান্দিবলৈ ধৰিলে ; য'ৰে বিহু ত'তে মৰহিল।

মাকৰ উচুপনি কাণত পৰিলত সৰলমতি শিশুটিয়ে থিৰে থাকিব নোৱাৰিলে। কি ভাবি, কি গুণি ক'ব নোৱাৰি মাকৰ আঁচলেৰে চকু দুটি মোহাৰি মাখনে ক্ষীণ মাতেৰে ক'বলৈ ধৰিলে "আই, মই আজি পুৰণি চোলাও নিপিন্ধো ; আকৌ ফাটিব। ফাটিলে তই ক'ৰ পইচা পাবি ? পিতাই মৰিল নহয় ?" হে' দয়াময় !!

—সমাপ্ত—